প্ৰকাশক—

শ্ৰীমুৰলী চৌধুৰী
ভাৰতী প্ৰকাশ ভৱন
লাখটকীয়া ৰোড
পানবজাৰ, গুৱাহাটী।

বেচ :—দুটকা চাৰি অনা।

গুৱাহাটী আহ্বান প্ৰেছত
শ্ৰীনৰহৰি দত্তৰ দ্বাৰা
মুদ্ৰিত।

# প্ৰকাশকৰ কথা

এইকথা স্বীকাৰ কৰিব লাগিব যে 'আৱাহন'ৰ যুগত অসমীয়া গল্প-সাহিত্যই যি স্তৰলৈ উধাইছিল, সি এতিয়াও সেই স্তৰ অতি-ক্ৰম কৰিব পৰা নাই। সেই কাৰণেই, পাঠক আৰু লিখক সকলোৰে স্বাৰ্থৰ হকে, 'আৱাহন'ৰ যুগৰ শ্ৰেষ্ঠ গল্প লিখকসকলৰ একোখনকৈ গল্প—সংকলন উলিওৱাটো অতি প্ৰয়োজনীয় হৈ পৰিছে। কিয়নো তাকে নকৰিলে অসমীয়া গল্প-সাহিত্যৰ ক্ৰমিক উন্নতি অব্যাহত ৰখাটো নাইবা সেই উন্নতি সম্পৰ্কে পিছত আনক এটি সম্যক ধাৰণা দিয়াটো, হয়তো টান হৈ পৰিব পাৰে।

'আৱাহনৰ' যুগত যি সকল কথা সাহিত্যিকে পাঠকৰ মনত গভীৰ ভাৱে ৰেখাপাত কৰিব পাৰিছিল আৰু ভৱিষ্যৎ সম্পৰ্কে উজ্জল আশা জগাই তুলিছিল, তেখেতসকলৰ ভিতৰত শ্ৰীযুত ৰমাদাস এজন অগ্ৰগণি। আমি এই কিতাপত, সেই লিখকৰ 'অৱাহনত' প্ৰকাশ হৈ যোৱা, কেইটিমান গল্প সন্নিৱেশিত কৰিছো। তাৰে লগতে, অইন কতো প্ৰকাশিত নোহোৱা নতুন গল্পও দিয়া হৈছে। আমাৰ উদ্দেশ্য হৈছে, এই সংকলনৰ জৰিয়তে, এই লিখকৰ প্ৰতিভা আৰু তাৰ পৰিধি সম্পৰ্কে পাঠকসকলক এটি প্ৰতিনিধিত্বমূলক আভাষ দিয়া।

সন্নিবেশিত গল্প বেইটিৰ বৈশিষ্ট বা তাৰ বিশেষ "ধাৰা" সম্পৰ্কে ইয়াক বিষদভাৱে আলোচনা কৰিবলৈ আমাৰ মন নাই। সেই কাম প্ৰকৃতপক্ষে সাহিত্য ৰসামোদী সকলৰ কাৰণেই এৰা উচিত। আমি কেৱল এইখিনিতে ইয়াকেই কব খোজোঁ, যে ৰমাদাশৰ গল্পৰ যিটো কথাই, অতি সহজতে আমাক আকৰ্ষণ কৰে, সেইটো হৈছে ছুটি-গল্পৰ টেক্‌নিক বা ৰচনাকৌশল সম্বন্ধে তেখেতৰ অপূৰ্ব দক্ষতা— গল্প কোৱাৰ অতি মধুৰ, স্বচ্ছ ভঙ্গী; ভাৱৰ নিবীড়তা বৰ্ণনাৰ সতেজতা; বাক্যালাপৰ হৃদয়গ্ৰাহিতা আৰু সৰ্বোপৰি মানুহৰ মনৰ সূক্ষ্মাতিসূক্ষ্ম অনুভূতি বোৰকো অতি বাস্তৱকৈ ফুটাই তুলিব পৰা ভাষাৰ কবিতাময় অসাধাৰণ ক্ষমতা। আমাৰ বিশ্বাস উপৰোক্ত গুণবোৰৰ কাৰণেই ৰমাদাশৰ গল্পবোৰ অতি সোণকালে জনপ্ৰিয় হৈ উঠিছিল আৰু সেই গুণবোৰৰ কাৰণেই এই গল্পবোৰ আমাৰ সাহিত্যত চিৰ-দিনেই এটি অপূৰ্ব্ব বস্তু হৈ থাকিব।

শেষত কওঁ যে এই কিতাপখনেই আমাৰ এই নতুন অনুষ্ঠানটিৰ সৰ্ব্বপ্ৰথম প্ৰচেষ্টা। ৰাইজৰ পৰা আশানুৰূপভাবে সমাদৰ আৰু উৎ-সাহ পালে, অন্যান্য ন-পুৰণি গল্প লিখক সকলৰে এইদৰে একোখনকৈ সংকলন উলিয়াবৰ আমাৰ আশা থাকিল।

**শ্ৰীমুৰলী চৌধুৰী**
গুৱাহাটী।

# সূচী

# বৰ্ষা যেতিয়া নামে

জয়ন্ত এডমান্স কলেজৰ ৰাজনীতিৰ ডেকা অধ্যাপক ।

সি এইমাত্র কলেজৰপৰা তিনিটাকৈ বিৰক্তিকৰ বক্তৃতা দি আহি, মথাৰৰ উদঙৰা বোর্ডিংটোৰ তাৰ নিজৰ কোঠালীটোত সোমাই আপোন মনে কেৱল ছিগাৰেট পুৰিছে ।

এটা পুৰি শেষ নৌহওঁতেই জয়ন্তই আৰু এটা নতুন ছিগাৰেট জ্বলায় । যেন টেবিলৰ ওপৰত পৰি থকা প্লেয়াৰ্ছ নেভিকেটৰ টিনটো সি এই একে বহাই পুৰি শেষ কৰো বুলি কিবা এটা দৃঢ় প্ৰতিজ্ঞা কৰিহে বহিছে ।

শ্বিলঙৰ জুন মাহ ।

ৰাতিপুৱাৰ পৰা লেথাৰি নিছিগা উদাস মনছুনৰ বৰষুণ । স্থিৰ, স্থবিৰ, পঙ্গু মনবোৰো তাৰ প্ৰভাৱত অলপ চঞ্চল, চপল হৈ কবিতাৰ কাৰণে লোলুপ হৈ উঠে । পূৰ্ণতাৰ পৰিপূৰ্ণ তৃপ্তিৰ মাজৰ পৰাও সিহঁতে যেন অনাস্বাদিত নতুন কিবা এটি অপূৰ্ণতাৰ অতৃপ্তিৰ মাজলৈ বাৰে বাৰে অবুজ হৈ লৰি যাবলৈ বিচাৰে।

খোলা সমুখৰ খিড়িকীখনেৰে বৰষুণৰ আছাৰেকনি আহি জয়ন্তৰ কোঠালীৰ মজিয়াখন তেনেই বুৰাই পেলাই তাৰ কোঠালীৰ গাতে লাগি থকা কোঠালীটোৰপৰা, ওৱান-নো-ট্ৰাম্প, টু-হাৰ্টছ, থ্ৰি-ডাইমণ্ড, ফোৰ ক্লাবছৰ বিকট চিঞৰ, বৰষুণৰ শব্দও ভেদ কৰি তাৰ কাণত পৰে। ওচৰৰ কোনোবা এটি ঘৰত, ঘৰৰ সকলো অধিবাসীবোৰে একেলগে সুৰ মিলাই গ্ৰামোফোনৰ লগে লগে "আজি শাওন ঝৰে" গানটো বৰ বীভৎস এটা কোৰাছ কৰি গায়। জয়ন্তই তথাপি একেদৰে আকাশৰ বুকুলৈ, বৰষুণবোৰলৈ চাই নিৰৱচ্ছিন্নভাৱে কেৱল ছিগাৰেটকেই পুৰি যায়।

কেতিয়াবা সেই পোৰা ছিগাৰেটটোকে মুখত লৈ সি তাৰ বেৰত আঁৰি থোৱা জাপানিজ মিৰৰখনৰ সমুখত থিয় হয়গৈ। অস্পষ্ট কোঠালীৰ ক্ষীণ পোহৰত, তাৰ প্ৰায় ছফুট দীঘল সুগঠিত সুন্দৰ দেহৰ লগৰ সুন্দৰ মুখখনিৰ মাধুৰিমা থকা সুস্পষ্ট ৰেখাবোৰ বৰ আগ্ৰহেৰে নিৰীক্ষণ কৰি চায়। দীপ্ত গৌৰৱৰ এটি স্তিমিত হাঁহিৰ পোহৰ তাৰ ধুনীয়া ওঁঠৰ কোণেদি বেঙাই যায়। সি তাৰ পঢ়া কিতাপৰ ৰেকৰ পৰা বৰ আগ্ৰহেৰে অছকাৰ ৱাইল্ডৰ "ডোৰিয়ান গ্ৰে" খন পঢ়িবলৈ উলিয়াই আনি, নপঢ়াকৈয়ে এনেয়ে আকৌ ৰেকত সুমাই থয়। অধ্বনিত এটা গানৰ সুৰ আপোনা-আপুনি তাৰ ডিঙিৰ ভিতৰৰ পৰা মুঞ্জৰি উঠে। সি চাওঁ-নাচাওঁকৈও আজি কলেজৰ পৰা আনি তাৰ টেবিলৰ ওপৰত পেলাই থোৱা, চিঠি তিনিখন আকৌ এবেলি হাতত তুলি লয়।

ঠিক ছয় বজাৰ লগে লগে লেথাৰি নিছিগা বৰষুণ জাক হঠাতে অলপ অস্বাভাৱিক ধৰণে শাম কাটি আহে।

তাকে দেখি জয়ন্তই ৰৰ ব্যগ্ৰভাৱে কেইবেলিমান বাহিৰলৈ ভুমুকি মাৰি চাই, তাৰ হাতৰ আধা পোৰা ছিগাৰেটটো জোৰেৰে এবেলি দলি মাৰি বাহিৰলৈ পেলাই দিয়ে আৰু তৎক্ষণাৎ এনি তেনি সিঁৰতি হৈ পৰা তাৰ মনটো সামৰি লৈ, কোঠালীৰ চাকিটো জ্বলাই নিমিষতে আটাইতকৈ বাছকবনিয়া সাজযোৰ এপদ এপদকৈ গোটাই লৈ, ৰৰ যত্নৰে পিন্ধাত মনপুতি লাগি যায়।

কোঠালীৰ জ্বলা বিজুলী চাকিৰ পোহৰত, সুন্দৰ সাজপাৰ আৰু প্ৰসাধনৰ সৌজন্যত, জয়ন্তৰ সুন্দৰ দেহ আৰু মুখখন আৰু বেছি কমনীয় হৈ আৰ্চীৰ বুকুত বিকশি উঠে। তাৰ ওঁঠৰ কোণত লাগি থকা মিচিকিয়া হাঁহিটো পাৰ ভাঙি গোটেই মুখতে বিয়পি পৰে। সি কব নোৱাৰাকৈয়ে প্ৰাণৰ উচ্ছ্বাসত, তাৰ অতি প্ৰিয় শ্যেলীৰ "ৱেষ্ট উইণ্ড"টো একেবাৰে আগৰ পৰা শুৰিলৈ এবেলি আবৃত্তি কৰি গাই পেলায়। আৰ্চীৰ সমুখত শেষবাৰলৈ থিয় হৈ এনুযোৱাৰে সুন্দৰকৈ লিপিত খুৱাই লোৱা চুলিকিডাল আৰু মিছাকৈ এনেয়ে ডুবেলিমান ব্ৰাছেৰে পিহি, বঢ়িয়াকৈ উঠা টাইৰ গাঁঠিটো এনেয়ে আকৌ ডুবেলিমান টানি টুনি লৈ সুন্দৰকৈ টাই আৰু কোটৰ লগত ৰং মিলাই লোৱা বুকুৰ জেপৰ কমালৰ আগকিটা আৰু বাটনহোলৰ বগা কাৰনেশ্যন ফুলপাহ, এনেয়ে আৰু কেইবেলিমান পৰীক্ষা কৰি চাই, জয়ন্তই বিপুল উল্লাসত পানী কোট আৰু ফেল্ট হেটটো হাতত তুলি লয়। আৰু ওলাই যোৱাৰ আগতে এনেয়ে উচ্ছ্বাসতে কোঠালীটোৰ চাৰিওপিনে এবেলি চকু ফুৰাই চায়। আগবাঢ়ি যাব খোজা তাৰ খোজ কেইটিক, এইমাত্ৰ কেবাবেলিও পঢ়ি ঔতাই টেবিলৰ ওপৰত পেলাই থোৱা চিঠি তিনিখনে আৰু এবেলি বলেৰে

পাছলৈ টানি আনে। সি যোৱাৰ আগতে তাৰ উল্লাসৰ পাতল মনটো যেন আৰু বেছি উল্লসিত কৰি তুলিবলৈ, তিনিওখন চিঠিকেই আকৌ এবেলি এখন এখনকৈ পঢ়ি যায়।

বহুদিন আগেয়ে বিবাহিতা অঞ্জলিয়ে আজিৰ ডাকত যোৰহাটৰ পৰা জয়ন্তলৈ লিখিছে:—

চিৰ আৰাধ্য প্ৰিয়তম মোৰ,

তোমাক যে আজিলৈকে মই পাহৰিব পৰা নাই, সেই কথা কিজানি তুমি ইমান দিনেও অকনো বিশ্বাস নকৰিলা। তুমি হয়তো ভাবা, বিয়া-বাক কৰাই এতিয়া মই পৰম সুখী। কিন্তু, তুমি জানো কলে বিশ্বাস কৰিবা, মোৰ আটাইতকৈ নিবিড় জীৱনৰ তৃপ্তিৰ মুহূৰ্ত্তবোৰো এতিয়াও তোমাৰ অবিহনে সদায় অসম্পূর্ণ হৈ যায়।

তোমাৰ বৈ পৰা ক'লা চেলাউৰিৰ মাজৰ ধুনীয়া চকুযুৰি, এতিয়াও ক'লা সন্ধিয়াৰ মেঘৰ বুকুত, সদায় মোৰ চকুৰ আগত ভাহি ফুৰে। ৰাতিৰ ভাৰাক্ৰান্ত বতাহৰ বুকুত উঠি অহা ৰজনীগন্ধাৰ সৌৰভত এতিয়াও মই তোমাৰ কণ্ঠৰ অপূৰ্ব্ব সুৰ মাধুৰী শুনো। ৰাতিৰ জোনাকে এতিয়াও মোৰ অতৃপ্ত দেহত তোমাৰ অঙ্গৰ শীতল পৰশ ঢালি দি যায়।

কিন্তু তুমি বাৰু শ্বিলঙত ইমানেই শিপা পুতি বহিলানে যে মই ইমানকৈ মতাতো তুমি এবেলি আমাৰ ইয়ালৈ আহিব নোৱাৰা হ'লা? বিয়া-বাক নোকৰাওতে তোমাক যেতিয়া ইমান পূজা পাতল দি মাতিব লাগিছে, বিয়া বাক কৰাই বহিলে ছাগে, আমি তোমাৰ

কাৰণে নাথাই সত্যাগ্ৰহ কৰি মৰিলেও আমাৰ পিনে উলটি নাচাবা। তোমাৰ কাৰণে মই এটা নতুন মোৰৰ বগা উনৰ শ্লিপ-ওভাৰ গুথিছো। ডিঙিটো কৰিবলৈ এতিয়াও অলপ বাকী আছে।

মোৰ দহোকুৰি শপত, যেন ইবেলি অন্ততঃ পূজাৰ বন্ধত ঘৰলৈ যাওঁতে আমাৰ ইয়াত দুদিনমান থাকি যোৱা। মোৰ "মানুহজনে" বহুদিনৰ পৰা তোমাক চাবলৈ হেপাহ কৰিছে। ময়ো তোমাক সদায় দেখুৱাবলৈ কিমান যত্ন কৰিছো। তুমি বাৰু সদায় এইদৰে মোক অৱহেলা কৰিব পোৱানে?

আসন্না-বিবাহিতা আৰতিয়ে আজিৰ ডাকতেই নগাওঁৰ পৰা জয়ন্তলৈ লিখিছে:—

প্ৰাণৰ দেৱতা মোৰ,

যি ভাবিছিলো সেয়ে হ'লগৈ। অৱশেষত আপুনিও মোলৈ উলটি নোচোৱা হ'ল। ইমান সৰলভাৱে আপোনাক বিশ্বাস কৰি, জীৱনৰ যথা-সৰ্ব্বস্ব উছৰ্গা কৰি দিছিলো কাৰণেই বোধকৰো আপুনি ইমান সহজতে মোক উপেক্ষা কৰি যাব পাৰিলে। আমি সদায় ইমান অকপটভাবে আপোনালোকৰ হাতত আমাক উজাৰ কৰি দিও কাৰণেই হবলা আপোনালোকে আমাক সদায় দুদিনীয়া সুখৰ সামগ্ৰী বুলি ধৰি লৈ, প্ৰয়োজনৰ শেষত, পথৰ ধূলিৰ বাহী ফুলৰ দৰে ভৰিৰে ঠেলি থৈ যাব পাৰে।

যক যি হৈ গৈছে, সি আৰু কেতিয়াও নোহোৱা হব নোৱাৰে। অকাৰণে তাক আজি দোঁহাৰি আপোনাৰ সুখৰ মুহূৰ্ত্তবোৰ

বিষাক্ত কৰি নোতোলো। নাভাবিব আপোনাৰ বৰ্ত্তমান জীৱনৰ গতিৰ বিষয়ে মই একো নাজানো বুলি। আপুনি ভাগ্যবান আপোনাৰ জীৱনৰ সুখৰ পথ বিচাৰি লৈছে। মই দুৰ্ভাগ্যৱতী, সেই সুখ পাম ক'ত ? কিন্তু তথাপি মই মোৰ নিজৰ পথ বিচাৰি ঠিক কৰি লৈছো। মোৰ ইচ্ছাৰ বিৰুদ্ধে মা-দেউতাই হাজাৰ নিৰ্য্যাতন কৰিও মোৰ ওপৰত তেওঁলোকৰ ইচ্ছা কেতিয়াও খটুৱাব নোৱাৰিব। মইতো আৰু সেই সাধাৰণ সালৰ ক-খ পঢ়িব নজনা অশিক্ষিতা গাওঁৰ ছোৱালী নহওঁ।

কিন্তু হব পাৰে মোৰ পথ সম্পূৰ্ণ ভুল আৰু কিছু কণ্টকময়ো। হব পাৰে, তাৰ কাৰণে ভগৱানৰ বিচাৰত মই পাপী বুলি সাব্যস্ত হম। কিন্তু সেই পাপৰ ভাগে আপোনাকো অলপ চুবনে ?

কিন্তু অস্বাভাৱিক হলেও, সম্পূৰ্ণ অবিবাহিতা জমিদাৰ দুহিতা বন্দনাই, আজিয়েই দুই বজাত, নংথমাইৰ পৰা চাপ্ৰাচীৰ হাতত জয়ন্তলৈ লিখি পঠিয়াইছিল :—

প্ৰিয় প্ৰফেছৰ বৰুৱা,

কি সুন্দৰ বৰষুণৰ বতৰ, নহয় নে ? বঙালী হোৱাহেঁতেন হয়তো ৰবি ঠাকুৰৰ ভাষাৰে কব পাৰিলোহেঁতেন—

"এমন দিনে তাৰে বলা যায়,
এমন ঘন ঘোৰ বৰিষায় !
এমন মেঘস্বৰে বাদল ঝৰঝৰে,
তপনহীন ঘন তমসায়।

সে কথা শুনিবেনা কেহ আৰ,
নিভৃত নিৰ্জ্জন চাৰিধাৰ।
দুজনে মুখোমুখী গভীৰ দুখে দুখী
আকাশে জল ঝৰে অনিবাৰ।
জগতে কেহ যেন নাহি আৰ।
সমাজ সংসাৰ মিছে সব,
মিছে এ জীৱনেৰ কলৰৱ।
কেৱল আঁখি দিয়ে আঁখিৰ সুধা পিয়ে
হৃদয় দিয়ে হৃদি অনুভব
আধাৰে মিছে গেছে আৰ সব।”

কিন্তু আজিকালি উৎকট সংৰক্ষিণীৰ দিন, কোনোবাই হয়তো বঙালী কৱিতা উদ্ধৃত কৰা বুলি জানিলে পৈতৃক প্ৰাণটোৰ ওপৰতে আহি হাত দিব পাৰে।

বাৰু, আপুনিতো এজন কাব্যিক মানুহ। সদায় কথাই কথাই আপোনাক কৱিতা আবৃত্তি কৰা শুনো। আপুনিয়ে বাৰু ক'কচোন, আমাৰ অসমীয়া কৱিসকলে, কমাৰ্ছিয়েল কোম্পানীয়ে গুৱাহাটী-শ্বিলং ৰোডৰ ওপৰত ম'নপলি পোৱাৰ দৰে, ব্ৰহ্মপুত্ৰ নৈখন আৰু বসন্ত ঋতুটোৰ ওপৰত কিবা মন'-পলি পাইছে নেকি? নাইবা আমাৰ সাধাৰণ অসমীয়া মানুহবোৰৰ দৰে আমাৰ অসমীয়া কৱিসকলৰো কাব্যিক অনুভূতিৰ পৰিধিটো অলপ ঠেক নেকি? আমাৰ কি কৱিতা, কি গান সকলোতে সেই লুইতৰ পাৰ, লুইতৰ বালি, লুইতৰ চৌৰ ওপৰত টলবল কৰা সেই সক নাওখন। আমি

যেন সকলো অসমীয়া মানুহবোৰে কেৱল লুইতৰ ওপৰতে নাওঁ মাৰি দিন কটাওঁ। সেইদৰে আমাৰ কি কৱিতা, কি গান সকলোতে কেৱল কুলি, কেতেকী আৰু মলয়াৰ ৰিৱ-ৰিৱ। যেন আমাৰ দেশত বসন্তৰ বাহিৰে আৰু আন কোনো ঋতুৱেই ভুলতো এদিনলৈকে ভুমুকি নামাৰে। কেলৈ? অসমৰ বৰ্ষা দেখো লাহে লাহে জগতত এটা ডাঙৰ প্ৰসিদ্ধ বস্তু হৈ উঠিব লাগিছে! প্ৰতি বছৰে বাৰিষাৰ দিনত আমাৰ ইয়াত ফ্লাড ৰিলিফৰ কাৰণে কিমান হুলস্থুল লাগি পৰে। তথাপি দেখো আমাৰ অসমীয়া কৱিসকলে আজিলৈকে এই বৰ্ষাৰ বিষয়ে এটি প্ৰাণস্পৰ্শী কৱিতা লিখিব নোৱাৰিলে। সেই মৈথিলি কৱিৰ বৰ্ষাৰ বিষয়ে লাইন দুটি,

"এ ভৰা বাদৰ
মাহ ভাদৰ
শূন্য মন্দিৰ মোৰ।"

বাস্তৱিক কি অপূৰ্ব্ব মৰ্ম্মস্পৰ্শী!

সচাঁকৈয়ে বাৰু আজিৰ নিচিনা দিনত মনটো অকাৰণে বৰ উকণ্ডা লাগি নাহেনে? মই তাকেই বাৰে বাৰে ভাবিছো, এনেকুৱা এটি উদাস বতৰত আপোনাৰ নিচিনা কৱি প্ৰকৃতিৰ মানুহ এজনে কেনেকৈ সেই কলেজৰ হটঙা লৰাবোৰৰ আগত (কটন কলেজ হোৱা হলেও অলপ ৰক্ষা আছিল) শুকান ৰাজনীতিৰ বক্তৃতা দিব লাগিছে!

দেউতা আজি ঘৰত নাই। হঠাতে জৰুৰী এখন টেলিগ্ৰাম পাই ধুবুৰীলৈ গ'লগৈ। মা আজি অসম ক্লাবত ৰাতি ফ্লাড

বিলিফৰ চেৰিটি থিয়েটাৰ চাবলৈ যাব। নীলিও মাৰ লগত যাব বুলি কৈছে। মই আজি অসহনি মূৰৰ বিষ বুলি ফাঁকি দি কলেজলৈ যোৱা নাই। এই মাত্ৰ অলপ আগেয়ে, ৰেডিওটো খুলি লৈ, ফাৰপোৰ লাঞ্চৰ কেছানোভাৰ স্পেনিছ অৰকেষ্ট্ৰাটো শুনি শুনি একাপ গৰম শুদা চাহ খাই ললো। এতিয়া চিমনীটো জ্বলাই লৈ আপুনি আনি দিয়া ছেইণ্ট মান্দেৰ "বাৰ, বাইন এণ্ড উইমেন" খন মেলি লৈছো।

আপুনি ক্লাছ শেষ কৰিয়েই বাহিৰে বাহিৰে ইয়ালৈ আহে যেন। নহলে মই সন্ধিয়া আজি বৰ অকলশৰীয়া হ'ম। আপোনাৰ কাৰণে মই এতিয়াই চিমনীৰ আঙঠাৰ ওপৰত চাহৰ পানী উতলিবলৈ দিলোৱেই। আপুনি ক্লাছ শেষ হলেই পলম নকৰি সোনকালে আহে যেন। মোৰে শপত।

তিনিওখন চিঠি একে উশাহে পঢ়ি শেষ কৰি, আকৌ আগৰ দৰে টেবিলৰ ওপৰত দলি মাৰি পেলাই থৈ, জয়ন্তই ইবেলি ক'তো একো বাধা নোহোৱাৰ দৰে সম্পূৰ্ণ নিমুক্ত হৈ বিপুল উদ্দীপনাত কোঠালীটোৰ দুৱাৰ খন বন্ধ কৰি পেলালে। আৰু সেই একেই উচ্ছ্বাসতে যেন এটি মিনিটো অপব্যয় নকৰি, বাটলৈ

ওলাই আহি এটি পুলকৰ, আনন্দৰ, আগ্ৰহৰ দীঘল যাত্ৰা আৰম্ভ কৰি দিলে।

ৰৰষুণত ভিজি নিকা হৈ থকা বাট-পথ। গোটেই দিনটো গা ধুই ধুই পৰিস্কাৰ হৈ উঠা আলিবাটৰ দুকাষৰ গছ-গছনি, ফুল-ফল আৰু জিলিকি থকা বগা টিনৰ ঘৰৰ চালবোৰ। সকলোৰে ওপৰত কৰুণ হৈ আহি পৰা অস্ত ৰবিৰ সেই মিঠা হেঙুলীয়া আভাখিনি। মুখ, নাক আৰু দেহৰ সকলো অঙ্গতে চঞ্চল উত্তেজনা জগাই তোলা বতাহত ভাহি ফুৰা পাতল চেঁচা কুৱঁলীবোৰ। আৰু সকলোৰে উপৰি, আলিবাটৰ ভিজা মাটিৰ পৰা বিদৰি ওলোৱা সেই উগ্ৰ মাদকতা থকা আদিম গোন্ধটো।

প্ৰকৃতিৰ এই বিচিত্ৰ আৰু উত্তেজনাপূৰ্ণ আস্বাদত জয়ন্তই উল্লাসৰ সবল আৰু লঘু মনটো আৰু বেচি লঘু হৈ একেবাৰে ওপৰলৈ উৰি যাবলৈ বিচাৰিলে। প্ৰতিটো ভৰিৰ খোজতে যেন জীৱনৰ একোটিকৈ বছৰৰ জড়তা গাৰ পৰা সোলোকাই থৈ, তাৰ আকৌ সেই তাহানিৰ খৰালিৰ দায়িত্বহীন দিনবোৰলৈ উলটি যাবলৈ এটা দাৰুণ ইচ্ছা হ'ল। আৰু সেই অদম্য ইচ্ছাৰ লগে লগে, সি যেন সঁচাকৈয়ে এটি অবুজ শিশু হৈ, সেই শিশুৰ দৰেই উলাহৰ সক সক খোজবোৰ পেলাই, আনন্দত জপিয়াই জপিয়াই আগবাঢ়ি যাবলৈ ধৰিলে।

মনৰ এই অভূতপূৰ্ব্ব উল্লাসৰ উত্তেজনাত কিছু দূৰ খোজ কাঢ়ি যোৱাৰ পিছতেই, হঠাতে এটি জীৱনৰ নতুন সত্য উপলব্ধি কৰাৰ দৰে জয়ন্তই যেন এবেলি অলপ অস্থিৰ হৈ উচপি উঠিল। সি যেন বাৰে বাৰে ভাবি পালে যে, আজিহে সি কেৱল ইমান দিন আগেয়ে পাঠ্য পুথিত পঢ়া আৰু আজিও তাকে ভালকৈ সুবুজি শ্ৰেণীত শিকাই অহা ফৰাছী মনীষী ৰুছোৰ সেই মানুহৰ দাসত্ব সম্বন্ধে গভীৰ তথ্যৰ কথাখিনি প্ৰাণেৰে প্ৰকৃতৰূপে হৃদয়ঙ্গম কৰিব পাৰিছে।

জয়ন্তই ভাবি গ'ল, মানুহ স'চাকৈয়ে এদিন সৃষ্টিৰ আদিম প্ৰভাতত, সমুদ্ৰ বক্ষৰ পৰা আপোনা-আপুনি উদ্বেলি উঠা ঢৌবোৰৰ দৰে চিৰমুক্ত, চিৰ-স্বাধীন, চিৰ-নিষ্কলঙ্ক হৈ উপজিছিল। কিন্তু আজি সি নিজে নিজেই দেহৰ সকলো অঙ্গতে পৰাধীনতাৰ গধুৰ লোৰ শিকলি আঁৰি লৈছে। মানুহৰ যিপিনেই চোৱা আজি সেইপিনেই মাথোন শিক্ষাৰ, সভ্যতাৰ, সংস্কাৰৰ, নৈতিকতাৰ,. লৌকিকতাৰ ওখ ওখ আকাশচুম্বী নিৰ্ম্মম বাধাৰ প্ৰাচীৰ। আৰু সেই সকলোবোৰেৰে নিষ্ঠুৰ নিষ্পেষণত তাৰ আজি সজীৱ আত্মাটোৰ প্ৰায় মৃত্যুৰ উপক্ৰম হৈছে।

জয়ন্তই যিমানেই মানুহৰ সেই অতীতৰ হেৰোৱা নিৰঙ্কুশ স্বাধীনতাৰ কথা বেছিকৈ ভাবিবলৈ ধৰিলে, সিমানেই তাৰ আজিৰ মানুহৰ চাৰিওপিনে বেৰি উঠা সেই অন্যায় নিৰ্য্যাতনৰ প্ৰাচীৰবোৰৰ বিৰুদ্ধে এটা প্ৰবল বিদ্ৰোহৰ স্পৃহা জাগি উঠিল। সি তাৰ প্ৰতিটো খোজতে সেই অহৈতুকী বাধাৰ প্ৰাচীৰবোৰ ভাঙি-চিঙি চুৰমাৰ কৰি, আকৌ সেই মানৱ সভ্যতাৰ প্ৰথম প্ৰভাতৰ মানৱ শিশুটোৰ যুগলৈ একেবাৰে আগুৱাই যাবলৈ বিচাৰিলে।

জয়ন্তৰ মনৰ ভিতৰৰ সেই অধৈৰ্য্য চিন্তাৰ, উত্তেজনাৰ লগে লগে তাৰ ভৰিৰ খোজবোৰ লাহে লাহে বৰ অদ্ভুত ৰকমে ক্ষিপ্ৰ

আৰু উত্তেজিত হৈ উঠিল। আৰু সেই উত্তেজনাৰ ক্ৰিয়াতে এবেলি তাৰ মনৰ ভিতৰৰ ঢাকনীখন মেল খাই, এৰি অহা তাৰ অতীত জীৱন নাটকৰ পাতবোৰ আৰু এটি এটিকৈ মেল খাই যাবলৈ ধৰিলে।

প্ৰথমতে তাৰ মনত পৰিল অঞ্জলিৰ কথা।

আজিৰপৰা কুৰিটি বছৰ আগেয়ে সি এদিন কৈশোৰৰ এটি অবোধ্য প্ৰাণৰ আকৰ্ষণ আৰু বহু তৃপ্তিৰ মুহূৰ্ত্তৰ খেলাৰ সঙ্গিনী হিচাবে অঞ্জলিক বিচাৰি পাইছিল। আৰু সেই আকৰ্ষণ আৰু তৃপ্তিয়ে এদিন গৈ সচৰাচৰ হোৱাৰ দৰে ক্ৰমিক যৌৱনৰ লগে লগে দুয়োৰো ভিতৰত উগ্ৰ আৰু অবাধ্য প্ৰণয়ত পৰিণত হৈছিলগৈ।

কিন্তু সমাজৰ চিৰাচৰিত, স্থবিৰ, জীৰ্ণ পদ্ধতিৰ নিষ্প্ৰাণ বিচাৰমতে সেই প্ৰণয় সমাজত ৰীতিসিদ্ধ বুলি গণ্য নহ'ল। কিয়নো অঞ্জলি আছিল এঘৰ সাত্বিক ৰাভগুৰু ফুকনৰ ঘৰৰ ব্ৰাহ্মণৰ ছোৱালী আৰু জয়ন্ত আছিল মাত্ৰ এঘৰ সাধাৰণ কলিতাৰ লৰা।

সেয়ে সমাজৰ সকলো নিৰ্ম্মম, হিংস্ৰক আৰু ক্ৰুৰ শক্তিবোৰ একত্ৰিত হৈ জয়ন্ত আৰু অঞ্জলিৰ মিলনৰ বিৰুদ্ধে ঘোষণা কৰিলে আৰু তাৰেই অস্বাভাৱিক ফলস্বৰূপে আজিও অঞ্জলিয়ে প্ৰাণৰ সৈতে কোনো সজীৱ সম্বন্ধ নথকা "মানুহ এজন"ৰ গৃহিণী হৈ, তিনিটাকৈয়ে

লৰা-ছোৱালীৰ আদৰ যত্ন অৱহেলা কৰি, জয়ন্তৰ কাৰণে নতুন মোৰব বগা উনৰ শ্লিপ ওভাৰ গুথিছে।

জয়ন্তৰ প্ৰথমতে—জীৱনত আজি প্ৰথম বাৰলৈ—অঞ্জলিৰ সেই প্ৰতাৰিত, নিঃসহায়, মূঢ় 'মানুহজন'ৰ প্ৰতি অন্তৰত এটা ডাঙৰ পুতৌৰ সমুদ্ৰ হঠাতে উথলি উঠিল। জীৱনত প্ৰথমবাৰলৈ সম্পূৰ্ণ নতুন এটা যুক্তিৰ বশবৰ্ত্তী হৈ, জয়ন্তই আজি যেন ভাবি পালে, অঞ্জলিয়ে সচাঁকৈয়ে সেই নিৰপৰাধী, 'অজ্ঞ মানুহজন'ৰ প্ৰতি তেনে নিষ্ঠুৰ ব্যৱহাৰ কৰি বৰ ডাঙৰ অন্যায় কাম কৰিছে। আৰু সেই অন্যায়ৰ সমৰ্থন হিচাবে অঞ্জলিৰ কোনো ডাঙৰ যুক্তি নাই।

কিয়নো, জীৱনৰ সকলো আবৰ্ষনকে জলাঞ্জলি দি অঞ্জলিক বুকুত সাৱটি লবলৈ জয়ন্ত নিজে সদায় প্ৰস্তুত আছিল। আৰু তাৰ কাৰণে তাৰ অন্তৰত সকলো শক্তিও সঞ্চিত আছিল। কিন্তু অঞ্জলিয়ে জয়ন্তৰ প্ৰাণৰ সেই একনিষ্ঠতা প্ৰাণে প্ৰাণে উপলব্ধি কৰিলেও স্বাভাবিক নাৰীৰ দুৰ্ব্বলতাৰ বশবৰ্ত্তী হৈ, পিতৃ-মাতৃ, আত্মীয়-স্বজনৰ স্নেহ আৰু আশ্ৰয় বিসৰ্জ্জন দি আহি, এটা বিপদশঙ্কুল, অখ্যাত, অগৌৰৱৰ জীৱন সাৱটি লবলৈ সাহ কৰিব নোৱাৰিলে। আৰু অঞ্জলিৰ সেই দুৰ্ব্বলতাৰ কাৰণেই, আজি সিহঁতৰ দুয়োৰো জীৱন

দুটি বিস্ময়, দুৰন্ত এটি অতৃপ্ত ক্ষুধাৰ, দৈনিক ঘটনাৰ সমষ্টি হৈ উঠিছে মাথোন।

জয়ন্তই যিমানেই আজি অঞ্জলিৰ এই দুৰ্বলতাৰ কথা বেছিকৈ ভাবিবলৈ যত্ন কৰিলে, সিমানেই তাৰ অন্তৰত আজি জীৱনত প্ৰথম-বাৰলৈ— অঞ্জলিৰ প্ৰতি এটা ক্ৰোধৰ উত্তাপ ক্ৰমে বাঢ়ি আহিল। আৰু তাৰ লগে লগে তাৰ মনত এটি সত্যই বিজুলীয়াকৈ হ'ল যে অঞ্জলিৰ দৰে দুৰ্বল প্ৰকৃতিৰ ছোৱালীৰ বাবেহে পৃথিৱীত প্ৰকৃত জীৱনবোৰ বেছি কষ্টকৰ আৰু দুখৰ হয়গৈ। সিহঁতৰ প্ৰণয়ত যথেষ্ট প্ৰশংসনীয় একনিষ্ঠতা আছে সঁচা সিহঁতে জীৱনৰ শেষলৈকে স্বামীৰ ঘৰত সুখ স্বচ্ছন্দতাৰ মাজত থাকিও যৌৱনৰ প্ৰথম প্ৰেম-জনক পাহৰিব নোৱাৰে সঁচা; কিন্তু তথাপিও সিহঁতে প্ৰকৃতিৰ কিবা এটা দুৰ্বোধ্য দুৰ্বলতাৰ কাৰণে সমাজ আৰু সংসাৰৰ বিৰুদ্ধে থিয় হৈ, যৌৱনৰ প্ৰথমতে এটা বিদ্ৰোহৰ উদ্দাম জীৱনত জপিয়াই পৰিব নোৱাৰে। দুৰ্ভাগ্যক্ৰমে এই দুৰ্বলমনী ছোৱালীৰ সংখ্যাই পৃথিৱীত সৰহ কাৰণেহে, অতৃপ্ত প্ৰণয়ৰ দুৰ্বহ জীৱনৰ সংখ্যাও অতি সৰহ।

অঞ্জলিৰ প্ৰকৃতিটো জয়ন্তই আৰু বেছি যিমানে বিশ্লেষণ কৰি চাবলৈ বিচাৰিলে, সিমানেই তাৰ অঞ্জলিৰ প্ৰতি ক্ৰোধৰ উত্তাপটো লাহে লাহে বেছিকৈ বাঢ়ি আহিল। সেই অপ্ৰিয় অভিজ্ঞতাৰ পৰা সি মনটো আঁতৰাই আনিবলৈ নতুনকৈ আৰতিৰ কথা ভাবিবলৈ যত্ন কৰিলে।

আৰতি, উচ্চশিক্ষাভিমানী, বি-এ পাছ, নগৰৰ ডাঙৰ হাকিমৰ ঘৰৰ ছোৱালী।

জয়ন্তৰ কলেজীয়া জীৱনৰ চাৰিটি বছৰৰ সতীৰ্থ বন্ধু আৰু সঙ্গী।

জয়ন্তৰ পক্ষৰ পৰা কোনো সচেষ্ট প্ৰয়াস নথকাকৈয়ে আৰতি যেন কিবা ঘটনাচক্ৰত আহি পৰাৰ দৰে, জয়ন্তৰ জীৱনৰ লগত এই চাৰি বছৰে বৰ নিবিড়ভাবে সানমিহলি হৈ পাৰছিল।

আৰু সেই নিবিড়তাৰ দাবীতে আৰতিয়ে আজিও দূৰৰ পৰা জয়ন্তক আৰু বেছি কাষলৈ টানিবলৈ অহৰহ চেষ্টা কৰিব লাগিছে।

অলপ ভাবিয়েই, জয়ন্তৰ মনটো আৰতিৰ ওপৰৰ পৰাও যেন এটি তীব্ৰ অশ্ৰদ্ধাত একেবাৰে আঁতৰি আহিবলৈ ভীষণ অধৈৰ্য্য হৈ উঠিল। জীৱনত বহুদিন ভবাৰ দৰেই জয়ন্তই আজিও যেন এটি ঘোৰ বিতৃষ্ণাৰে ভাবি পালে যে আৰতিৰ প্ৰাণত অনুৰাগৰ দৰে কোনো সৰলতা, নিস্বাৰ্থ একনিষ্ঠতা নাই। বৰং তাৰ পৰিবৰ্ত্তে তাত এটা হীন, স্বাৰ্থপৰ জঘন্য মনোবৃত্তি লুকাই আছে। জয়ন্তক নেপালে যে আৰতিৰ জীৱন মৰুময় হব, সেই কাৰণেই আৰতিয়ে জয়ন্তক ইমান আকুলভাৱে বিচৰা নাই। আৰতিয়ে জয়ন্তক বিচাৰিছে এই কাৰণে যে, জয়ন্তৰ দহজনৰ চকুত পৰা দৈহিক সৌন্দৰ্য্য আছে, সন্মানকৰ উচ্চ পদবী আছে আৰু সাংসাৰিক সুখ স্বচ্ছন্দতাৰ কাৰণে

আৰ্থিক ভৱিষ্যত আছে। আৰতি সেই তৰপৰ তৰল আভিজাত্যৰ ঘৰৰ ছোৱালী, যি প্ৰণয়ৰ ক্ষেত্ৰতো আন কি নীচ ব্যক্তিগত লাভালাভৰ কথা পাহৰিব নোৱাৰে। জীৱনৰ জাগ্ৰত অৱস্থাতো যি ছোৱালীয়ে সদায় ভৱিষ্যতৰ সপোন দেখি ভাবে যে, তেওঁলোকৰ ভাৱী স্বামী একেলগে একোজন সৌন্দৰ্য্যত ৰবাৰ্ট টেইলৰ, উচ্চ পদবীত আই-ছি-এছ আৰু আৰ্থিক স্বচ্ছলতাত ৰকফেলাৰৰ একমাত্ৰ উত্তৰাধিকাৰী হ'ব। কথাই কথাই এওঁলোকে সদায় ডাণ্টে ব্যাত্ৰিছৰ প্ৰেমৰ জ্বলন্ত কাহিনীৰ উদাহৰণ দিয়ে। ঠায়ে অঠায়ে সকলো সময়তে কেৱল বাইৰণ, শ্যেলী আৰু ব্ৰাউনিঙৰ গধুৰ গধুৰ মনস্তত্ত্বৰ প্ৰেমৰ কবিতা আবৃত্তি কৰি শুনায়। কিন্তু প্ৰকৃত জীৱনৰ ক্ষেত্ৰত এওঁলোকে আন কি প্ৰেমাস্পদৰ বুকুত আত্ম-বিস্মৃতিৰ নিবিড়তম তৃপ্তিৰ মুহূৰ্ত্ততো, অন্ততঃ এজন এ-ছি-এছ, নৱতম আধুনিক ধৰণে সুসজ্জিত এটি ড্ৰইং ৰুম আৰু অইন নহ'লেও "ভি-এইট" এখনৰ সপোনৰ কথা পাহৰিব নোৱাৰে।

যিমানেই বেছি আৰতিৰ কথা আহি জয়ন্তৰ মনত ঠাই লবলৈ বিচাৰিলে, সিমানেই জয়ন্তৰ মনটো, এটা তীব্ৰ বিৰক্তিত তেনেই তিতা হৈ উঠিল। সি কথমপি সেই অভিজ্ঞতাৰ পৰা মনটো উদ্ধাৰ কৰিবলৈ নতুনকৈ আকৌ বন্দনাৰ কথা ভাবিবলৈ যত্ন কৰিবলৈ ধৰিলে।

বন্দনা ?............

বন্দনাও এঘৰ সমাজৰ সুপ্রতিষ্ঠিত থকা উচ্চ আভিজাত্যৰ জমিদাৰৰ ঘৰত, অতিমাত্রা বিলাসৰ অস্বাভাৱিক আৱেষ্টনীৰ মাজত ওপজা ছোৱালী।

কিন্তু আভিজাত্যৰ তেজ ইমান অস্বাভাৱিকভাৱে শৰীৰত বৈ থাকিলেও অতি আচৰিত ৰকমে বন্দনাৰ নিজৰ আৱেষ্টনীৰ লগত প্রাণৰ কোনো সজীৱ সংস্পৰ্শ নাই।

লগৰ আৰু দহজনী ছোৱালীৰ দৰে কেৱল অনুকৰণ কৰি বন্দনাই ক্লাব, ঘোৰাদোৰ, গলফ, পিক্‌নিক্, মোটৰিং, মাৰ্কেটিং কৰিয়েই নিজৰ সময়খিনি অকলে কটাই নিদিয়ে। নাইবা মাথোন ইংলিছ গভৰ্নেছৰ লগত “বল” আৰু “এট হোম”ৰ “এটিকেট” শিকোতেই নিজৰ সকলো শক্তি অপব্যয় নকৰে।

বন্দনাৰ সেই সুৰত বহুতৰ নথকাৰ দৰে, নিজস্ব এটি সজীৱ প্রাণৰ স্পন্দন থকা প্রগাঢ় অনুভূতিৰ জীৱন আছে। ভালপোৱা কি বস্তু, বন্দনাই সঁচাকৈয়ে তাক প্রাণৰ শ্রেষ্ঠতম নিবিড়তাৰে উপলব্ধি কৰে। আৰু সেই উপলব্ধি বোধহয় মধুৰ কৰিবলৈ সদায় তাত এটি অবাস্তৱ আদৰ্শবাদৰ আস্বাদ যোগ দি লয়।

বিংশ শতাব্দীৰ উগ্ৰ বস্তুতান্ত্রিকতাৰ মাজত উপজিও, বন্দনাই অতি অদ্ভুত ৰকমে ভাৱে, জয়ন্ত যেন সঁচাকৈয়ে সেই সাধুকথাৰ যুগৰ সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ পৰা এদিন মেঘৰ মাজেদি পক্ষীৰাজ ঘোঁৰাৰ ওপৰত উঠি অহা, এজন ৰাজকোঁৱৰ। আৰু নিজে যেন এটি ডাঙৰ দৈত্যৰ দুৰ্গৰ ভিতৰত বন্দী হৈ থকা অচেতনা এজনী ৰাজকুঁৱৰী। জয়ন্তই যেন সচাকৈয়ে সেই সাধুকথাৰ দৰে, সোণৰ কাঠিৰে ছুই বন্দনাক আকৌ এদিন জীয়াই তুলিব। আৰু

জীয়াই তুলি, সেই সাধুকথাৰ দৰেই ঘোৰাৰ ওপৰত তুলি, সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ সেই অদ্ভুত নতুন ৰাজ্যখনলৈ লৈ যাব।

অইন নহলেও বন্দনাৰ চৰিত্ৰৰ এই বিশিষ্টতাখিনিৰ কাৰণেই জয়ন্তৰ আজি কিছুদিন হ'ল হঠাতে বন্দনাৰ প্ৰতি এটি অতি অস্বাভাৱিক দুৰ্ব্বলতা আহি পৰিছে। আৰু এই দুৰ্ব্বলতাৰ বান্ধোনত পৰি সি আজিকালি তাৰ বেছিভাগ সন্ধিয়াই, বন্দনাৰ মা-দেউতাৰ সম্মিলত আগ্ৰহত, বন্দনাৰ ড্ৰয়িংৰুমতে কটাই দিয়ে।

কিন্তু আজি ? * * *

এই অপূৰ্ব্ব সুন্দৰ, উদাসৰ, উল্লাসৰ সন্ধিয়া ? এই প্ৰকৃতিৰ আদিম মাৰাত্মক উত্তেজনা ? এই অন্তৰৰ প্ৰতিটোপা তেজ উদভ্ৰান্ত কৰি জাগি উঠা বেছি নতুন, বেছি তীব্ৰ, বেছি বিপুল অভিজ্ঞতাৰ কাৰণে দুৰন্ত লিপ্সা ?

জয়ন্তই যেন বাধ্য হৈ বন্দনাৰ কথাও আজি এটি সম্পূৰ্ণ নতুন ৰিজনিৰে তুলনা কৰি চাবলৈ কোনো বস্থা বোধ নকৰিলে। সেই যুক্তিৰ নতুন আলোকত জয়ন্তই আজি যিমানেই বন্দনাৰ কথা ভাবিলে সিমানেই তাৰ কেৱল এটি মাথোন ধাৰণা বদ্ধমূল হৈ আহিল যে, বন্দনাৰ গোটেই ড্ৰয়িংৰুমৰ পৰিমণ্ডলতে এটা যেন বিষাক্ত প্ৰাণহীন বিৰাট অবাস্তৱতা লুকাই আছে।

সেই ওখ ওখ স্প্ৰিং দিয়া দাম্ভিক আৰামী চকী আৰু স্বেটিবোৰ ! সেই ৰং-বিৰঙৰ খেদ দি ঢকা ম্লান বিজুলী চাকিবোৰ ! সেই ওখ নৰম আভিজাত্যময় মজিয়াত পৰা কাশ্মিৰী দলিচাখন ! সেই ফ্লাৱাৰ ভেছত সজাই থোৱা বিদেশী ক্ৰিছেনথিমাম, এছটটি, ডালিয়া আৰু জিনিয়া ফুলবোৰ ! সেই এনি-তেনি পেংৰাই থোৱা বাঘ, ভালুক, হৰিণাৰ বীভৎস মুৰ আৰু শুকান গাৰ ছালবোৰ ! সেই

মূৰৰ মগজু তিতা কৰি অক্লান্তভাৱে বাজি থকা কোলাহলপূৰ্ণ ফিলিপ্‌ছ্‌ৰ ৰেডিওটো! সেই ঘৰৰ চাৰিওপিনে চাপ্ৰাচ আৰু উৰ্দি পিন্ধি ঘূৰি ফুৰা মূৰ্খ আৰু অকৰ্ম্মন্য মুথৰ চাকৰ বেহেৰাবোৰ! সেই বন্দনাৰ পাছে পাছে ফুৰা বিভীষিকাময় প্ৰকাণ্ড এলচেছিয়ান কুকুৰটো!

জয়ন্তই যিমানে আজি এই অদ্ভুত কৃত্ৰিমতাপূৰ্ণ পৰিমণ্ডলৰ কথা বেছিকৈ ভাবিবলৈ ধৰিলে, সিমানেই তাৰ প্ৰতি এটি প্ৰাণৰ তীব্ৰ বিতৃষ্ণা তাৰ প্ৰবলভাৱে জাগি উঠিল, আৰু তাৰপৰা গৈ গৈ সি এই দৃঢ় সিদ্ধান্তত উপস্থিত হ'ল যে, বন্দনাৰ ড্ৰয়িংৰুমৰ নিচিনা এটা নিষ্প্ৰাণ, নিৰস, বন্ধ্যা পৰিমণ্ডলৰ ভিতৰত থাকি, আৰামী চকীত আধা-শুই বা আধা-জাগি, টেনিছনৰ কবিতাৰ "লোটাছ ইটাৰ" বোৰৰ দৰে কেৱল দূৰৰ পৰাই জীৱনৰ কোলাহল আৰু কলৰৱবোৰৰ মধুৰ সঙ্গীত কাণেৰে উপভোগ কৰিব পাৰি মাথোন। তাৰ ভিতৰত প্ৰকৃততে জাগি, আজিৰ নিচিনা উদ্দাম উদ্দীপনাৰ এটি সন্ধিয়া, জীৱনৰ কোনো এটি তীব্ৰ অনুভূতিকে অপৰিসীমভাৱে উপলব্ধি কৰা নাযায়।

আগবাঢ়ি যোৱা প্ৰতিটো খোজৰ লগে লগে জয়ন্তৰ মনৰ ভিতৰত যিমানেই এই সিদ্ধান্তটো বেছি দৃঢ়তৰ হৈ উঠিবলৈ ধৰিলে, সিমানেই বন্দনাৰ ড্ৰয়িংৰুমৰ অভিমুখে চলা তাৰ ভৰিৰ ক্ষিপ্ৰ খোজ কেইটি ক্ৰমে বেছি আড়ষ্ট হৈ আহিল। আৰু নিমিষতে সেই আড়ষ্টতাত বন্দী হৈ পথৰ মাজত সম্পূৰ্ণ দিক্‌ভ্ৰষ্ট হৈ পৰাৰ দৰে সি একেবাৰে স্থিতিশীল হৈ থিয় দিলে। বন্দনাৰ নিজৰ ব্যক্তিত্বৰ আকৰ্ষণ, বন্দনাৰ আন্তৰিক চাহৰ নিমন্ত্ৰণৰ আকৰ্ষণ, মা-দেউতাৰ অনুপস্থিতিৰ সুযোগৰ আকৰ্ষণ, বন্দনাৰ চিঠিৰ সেই প্ৰলোভনপূৰ্ণ ইঙ্গিতৰ আকৰ্ষণ, একেবাৰেই

লগলাগি জয়ন্তক আৰু তাৰ পিচত পুনৰ বন্দনাৰ অভিমুখে গতিশীল কৰি তুলিব নোৱাৰিলে।

ধানখেতি পাৰ হৈ যে মনোৰমকৈ সেই সৰু, ধুনীয়া চাপৰ পাহাৰটো। তাৰে ওপৰত নতুনকৈ বনোৱা অসমীয়া সেই সৰু নৰ-বস্তিখন। তাৰে মাজত ধুনীয়াকৈ, আগত এখন ফুলনিৰ সৈতে, সেই ইং-পেটাৰ্ণৰ টিনৰ বঙলা ঘৰটো।

জয়ন্তই সম্পূৰ্ণ অনিশ্চিত গতিৰে লাহে লাহে খোজ কাঢ়ি আহি হঠাতেই এনেকৈ সেই ঘৰটো দেখি অকস্মাৎ কিবা এটি অতি লাগতিয়াল বস্তু আৱিষ্কাৰ কৰাৰ দৰে, অন্তৰ আনন্দত তেওঁৰ বাটৰ পৰাই সম্পূৰ্ণ চঞ্চল হৈ উঠিল। আৰু তাৰ লগে লগেই অদ্ভুতভাৱে অলপ আগেয়ে মাথোন একেবাৰে নিশ্চল হৈ পৰা তাৰ ভৰিৰ খোজ কেইটি আকৌ এনেকৈ সম্পূৰ্ণ সচল হৈ, সেই ঘৰটোৰ পিনে এটা উদ্দীপনাৰে চলিবলৈ ধৰিলে।

জয়ন্তৰ বহুদিনৰ সুহৃদ আৰু সহপাঠী হেমন্তৰ ভনীয়েক চিত্ৰা এজনী অতি জটিল চৰিত্ৰৰ বৰ অদ্ভুত ছোৱালী।

বুকুৰ ভিতৰত প্ৰবল আৱেগৰ ডকা-চাকনৈয়া ফুটিলেও, চিত্ৰাৰ নিচিনা ছোৱালীয়ে মুখৰ অভিব্যক্তিত তাক পৰাপক্ষত ফুটাই নুতুলিবলৈ আপ্ৰাণ চেষ্টা কৰে আৰু ফুটাই তোলাটোও এটা ডাঙৰ দোষণীয় দুৰ্ব্বলতা বুলি ভাবে।

কলেজলৈ যোৱাৰ আগতে চিত্ৰাই প্ৰায় অতি কমেও দু-ঘণ্টা সদায় প্ৰসাধন টেবিলৰ ওচৰত থাকে। সম্ভৱপৰ হলে দিনটোৰ প্ৰায় প্ৰতি ঘণ্টাতে ৰং সলাই সলাই কাপোৰ পিন্ধিবলৈ বিচাৰে। খোজ কাঢ়োতে প্ৰতিটো খোজকেই অতি সাৱধানে জুখি-মাখি মাটিত পেলায়। বাটত তাক কোনোবাই লক্ষ্যকৰা দেখিলে আত্মপ্ৰসাদত অলপো লুকুৱাই হাঁহে। তথাপি সেই বিষয়ে কোনোবাই কিবা কলে চিত্ৰাই তীব্ৰ প্ৰতিবাদ কৰে আৰু কয় সাজ-পাৰৰ বিষয়ে তেওঁ সদায় বৰ অমনোযোগী। আৰু কোনোবাই বেছি মনোযোগী হোৱাটোও চিত্ৰাই বৰ ভাল নোপোৱে।

আনৰ নহলেও জয়ন্তৰ সান্নিধ্য চিত্ৰাই বৰ তৃপ্তিৰে উপভোগ কৰা যেন দেখা যায়। কেতিয়াবা ভুলতে এদিন নগলে দহ দিনলৈ ওফন্দ পাতি নমতা হয়। আৰু গলেই সদায় কিবা এটা বুজাৰ ছল কৰি নিজৰ পঢ়া কোঠালৈ মাতি নি আৰু এঘণ্টা বেছিকৈ ৰাখে। কোন সময়ত কোন যোৰ সাজে জয়ন্তক বেছি শুৱায়, নিজেই তাৰ উপযুক্ত মতামত দিয়ে। আৰু নিজৰ সম্বন্ধেও সেই কথাটো জয়ন্তৰ পৰা বৰ কৌশলেৰে জানি লয়। জয়ন্তৰ লগত ছিনেমালৈ গলে চিত্ৰাই মাক নবৌয়েকৰ লগ এৰি, সদায় জয়ন্তৰ ওচৰত আহি বহিবলৈ পাৰ্য্যমানে চেষ্টা কৰে। আৰু ছবিত কিবা

এটি উত্তেজক বস্তু দেখাৰ লগে লগেই জয়ন্তৰ চকুলৈ ভুলতে চোৰাৰ দৰে এবেলি চাই আৰু লাজতে তলমূৰ কৰে। জয়ন্তই যাব খুজিলেও চিত্ৰাই নিজে জোৰ কৰি সদাই জয়ন্তক লগত লৈ গল্ফ লিঙ্কলৈ জোনাক চাবলৈ ওলায়। আৰু জোনাকত বহুপৰ জয়ন্তৰ গাত গা লগাই ফুৰি ফুৰি ক্লান্ত হৈ বহি জয়ন্তৰ কোলাৰ ওপৰত সদায় বিয়োৰা মৰটো নিশেষ্টৰ দৰে পেলায় থয়।

তথাপি জয়ন্তই নিজৰ পক্ষৰ পৰা কেতিয়াবা কিবা অলপ উচ্ছ্বাস দেখুৱাব খুজিলেই, চিত্ৰাই ভয়ানক বাধা দিয়ে আৰু কয় যে, কোনো পুৰুষৰে প্ৰতি চিত্ৰাৰ প্ৰাণত এধানিমানো ক'তো আসক্তি নাই আৰু থকাটো তেওঁ এই অমাৰ্জ্জনীয় দুৰ্ব্বলতা বুলি ভাবে।

কোনোদিনে কোনো প্ৰতিবাদ নকৰাকৈ সহি থাকি জয়ন্তৰ এদিন হঠাতে অদ্ভুত ৰকমে প্ৰতিবাদৰ লিপ্সাটো বৰ বেছিকৈ বাঢ়ি উঠে। আৰু চিত্ৰাই সেইদৰে তাক শেষ কৰাৰ লগতেই বৰ নিৰ্ম্মম কুটিল হাঁহি এটি মাৰি বৰ ৰূঢ়ভাৱে তাক পেলায় যে কাৰবাৰ প্ৰতি কাৰবাৰ প্ৰাণত আসক্তি থকাটো দুৰ্ব্বলতা হয় নে নহয় সি ভালকৈ কব নোৱাৰে। কিন্তু কাৰবাৰ প্ৰতি প্ৰাণত কাৰবাৰ আসক্তি থাকিলে সদায় অস্বীকাৰ কৰিবলৈ চেষ্টা কৰাটো সি এটি ডাঙৰ দুৰ্ব্বলতা বুলি ভাবে।

হঠাতে জয়ন্তৰ পৰা সিদিনা ইমান নিষ্ঠুৰ আৰু প্ৰত্যক্ষ আক্ৰমণত চিত্ৰাই একেবাৰে শূন্যত কক্ষচ্যুত হৈ উফৰি পৰাৰ দৰে উফৰি পৰে। আৰু কোনো প্ৰকাৰে প্ৰকাণ্ড এটি লাজ, অপমান আৰু ক্ৰোধৰ উত্তাপ চম্ভালি নিজকে সমৰ্থন কৰিবলৈ আকৌ চেষ্টা কৰি কয় যে, সঁচাকৈয়ে কোনো পুৰুষৰ প্ৰতি চিত্ৰাৰ অন্তৰত কোনো আসক্তি নাই। আৰু জয়ন্তই যদি নিজে তেওঁৰ প্ৰতি আসক্তি থকা বুলি ভাবে, তেন্তে তেওঁ এটি প্ৰকাণ্ড ভুল কৰিছে।

কথাখিনি কৈয়েই কষ্টত, অসহায়তাত আৰু খঙতে বৰ দুৰ্ব্বলভাৱে কঁপা চিত্ৰাৰ মুখখনি আৰু শৰীৰটোলৈ চাই, জয়ন্তৰ হঠাতে এটি প্ৰাণত ডাঙৰ পুতৌ উথলি উঠে। সি সম্পূৰ্ণ সজ অভিপ্ৰায়েৰে চিত্ৰাৰ অলপ গাৰ কাষ চাপি, অতি সহজভাৱে চিত্ৰাক নিজৰ বুকুৰ মাজত সুমাই লয়গৈ। আৰু অলপ প্ৰগাঢ় মৰমৰ আস্বাদেৰে বুজাই কয় যে, জীৱনক প্ৰকৃত জীৱন হিচাপে লোৱাত ক'তো অকণো দুৰ্ব্বলতা নাই। বৰং তাক লব নোৱাৰি অস্বীকাৰ কৰিবলৈ গলেহে নানা দুৰ্ব্বলতা আহি পৰে।

কিন্তু জয়ন্তৰ সকলো শুভ প্ৰচেষ্টাৰ উত্তৰত সম্পূৰ্ণ অশুভ এটি ফলে দেখা দিয়ে। চিত্ৰাই তথাপি জীৱনৰ প্ৰকৃত সত্যটো মানি লবলৈ টান পায়। বৰং পৰাজয়ত আৰু বোধহয় মৰ্ম্মাহত হোৱাৰ দৰে অদ্ভুত উন্মাদনা আৰু অধৈৰ্য্যত জয়ন্তৰ আলিঙ্গনৰ পৰা নিজক বলেৰে এৰুৱাই লৈ যায়গৈ। আৰু কুণ্ঠিত এটি অসংযমত কৈ পেলায় যে, চিত্ৰাৰ প্ৰতি জয়ন্তৰ সিদিনাৰ আচৰণ সচাকৈয়ে অতি অন্যায় হৈছে। চিত্ৰাই জয়ন্তক সমূলি ভাল নাপায়। বৰঞ্চ ঘৃণা কৰে।

তাৰ পিছত কোনো কথাই বা কাৰ্য্যই সমীচীন নহব জানি জয়ন্তই কেৱল অসংযমত বৰ বিকৃত হৈ উঠা চিত্ৰাৰ মুখখনিলৈ এটা পুতৌৰ দৃষ্টিৰে বহুপৰ একেথৰে চাই থাকে। আৰু তেনেকৈয়ে চাই থাকি চিত্ৰাক নিজকে নিজে সুস্থ হবলৈ দি, এবেলি মুখেৰে একো নামাতি লাহে লাহে এখোজ দুখোজকৈ ওলাই গুছি যায়গৈ।

সেই গুচি অহাই আৰু জয়ন্তই আজি পূৰা দুইমাহে কেতিয়াও এবেলি ভুলতেও চিত্ৰাহঁতৰ ঘৰমুৱা হোৱা নাই। সদায় অন্ততঃ দুবেলিকৈয়ো এই বাটেৰে বন্দনাহঁতৰ তালৈ গলেও, কেতিয়াও ইচ্ছা কৰিয়েই এই ঘৰটোৰ পিনে চোৱা নাই। এই দুইমাহে সি কেৱল বন্দনাৰ তালৈকে যায়। বন্দনাক লগত লৈ ফুৰিছে আৰু ফুৰোতে কেতিয়াবা হঠাতে চিত্ৰাক বাটতে লগ পালে একেবাৰে নেদেখাৰ ভাও জুৰি গুচি যায়। কিয়নো জয়ন্তই এইখিনি ভালকৈ জানে যে চিত্ৰাৰ নিচিনা চৰিত্ৰৰ ছোৱালীক ঈৰ্ষাই পৰাস্ত কৰিব নোৱাৰিলে আৰু আন একোৱেই পৰাস্ত কৰিব নোৱাৰে। আৰু বন্দনাৰ প্ৰতি চিত্ৰাৰ ঈৰ্ষা চিৰদিনে চলি অহা এটি সকলোৰে জনা বস্তু। চিত্ৰাই জীৱনৰ সকলো বিষয়তে কেৱল বন্দনাৰ লগত এটি প্ৰতিদ্বন্দ্বিতা চলাবলৈ বিচাৰে। আৰু যেতিয়াই অলপ হৰা যেন পায়, তেতিয়াই কয় যে, বন্দনাজনী, এৰিষ্টোক্ৰেছিৰ এটা পাৰফেক্ট টাইপ—এজনা ডাঙৰ মৰ,—হোপলেছ ফ্লাৰ্ট।

আজি পূৰা দুমাহ পিছত, মনৰ এই অস্থিৰ উত্তেজনাৰ মাজত হঠাতেই চিত্ৰাহঁতৰ ঘৰটো দেখি জয়ন্তৰ মনৰ ভিতৰত এটা অদ্ভুত জয়ৰ তীব্ৰ লালসা বৰ তীব্ৰ ভাবে জাগি উঠিল। ইমানদিনে কৰা

এটা ডাঙৰ পৰীক্ষাৰ ফলাফলৰ কৌতুহলৰ আকৰ্ষণে কব নোৱাৰাকৈয়ে তাৰ ভৰি দুখন কেৱল সেই ঘৰটোৰ পিনে টানি লৈ গ'ল।

একে উশাহতে যেন মাল্কিৰ থিয় পাহাৰটো উঠি, বাহিৰৰ পৰা দেখোতে কোনো জন-প্ৰাণীৰেই সঁহাৰি নথকা, ভিতৰৰ পৰা বন্ধ প'টিকৰ দুৱাৰখনত টুকুৰিয়াই টুকুৰিয়াই জয়ন্তই বিপুল উচ্ছ্বাসত মাতিলে

—হেমন্ত! হেমন্ত! হেমন্ত!

বহু পৰলৈ জয়ন্তৰ মাতৰ ঝঙ্কাৰ এনেয়ে বাহিৰৰ বতাহৰ লগত মিহলি হৈ যোৱাৰ দৰে মিহলি হৈ গ'ল। সি গৈ ভিতৰ পৰশি কোনো জাননী দিয়াৰেই সম্ভেদ নিদিলে।

জয়ন্তই তথাপি অকণো নিৰুৎসাহ নহৈ সেই একে আগ্ৰহেৰে মাতিলে

—হেমন্ত! হেমন্ত! হেমন্ত!

ইবেলি কিছুপৰৰ পিছত ঘৰৰ ভিতৰেদি এযোৰ ছেণ্ডেল চুচৰি অহাৰ সঁহাৰি পোৱা গ'ল। কোনোবাই আহি তাৰ লগতে প'টিকৰ ছুইছটো টিপি চাকিটোও যেন জলালে। আৰু তাৰ প্ৰায় লগে লগেই চিত্ৰাই দুৱাৰখন মেলি, বাহিৰলৈ ভুমুকি মাৰি চায়েই, মুখত এটি অদ্ভুত আগ্ৰহৰ হাঁহি লৈ কলে,

—অ, আপুনি?

বিনা নিমন্ত্ৰণে জয়ন্তই তাৰ উচ্ছ্বাসত উপচি পৰা দেহটো ভালেখিনি ঘৰৰ ভিতৰলৈ সুমুৱাই নি, চিত্ৰাৰ চকুলৈ চাই এটা প্ৰাণস্পৰ্শী হাঁহি মাৰি কলে,

—এৰা ময়েই। মোৰ ভূত বুলি ভাবি একেবাৰে ভয়ত উচপি উঠা নাইতো ?

জয়ন্তৰ সেইকণ সান্নিধ্যতে যেন চিত্ৰাৰ উচ্ছ্বাসৰ মাত্ৰা ভালেখিনি চৰি গ'ল। চিত্ৰাই অস্থিৰ ভাবে অলপ জয়ন্তৰ চকুলৈ চাই, প'টিকৰ টেবিলখনৰ দাঁতিত ধৰি বৰ ধুনীয়াকৈ থিয় দি, মুখৰ হাঁহিটো অতিশয় আহ্বানপূৰ্ণ কৰি কলে,

—উচপি নুঠিলেও মনে মনে অলপ আচৰিত হৈছোঁ, এই বৰষুণৰ দিনৰ বোকা-পানীৰে লেতেৰা বাট-পথ। ভাবিছো. এনে হেন এটা কুৎচিত বতৰতো কিহে আজি আপোনাক দুমাহৰ মূৰত এইপিনে আচৰিত ৰকমে টানি আনিলে !

জয়ন্তই আৰু উচ্ছ্বাসত উথলি উঠি, হাতৰ পানীকোট আৰু হেটটো টেবিলৰ ওপৰত থৈ, অকণো নঘমা কপালখন এনেয়ে জেপৰ সুগন্ধি কমালখনেৰে দুবেলিমান মচি, চকু আৰু মুখৰ হাঁহিটো অসম্ভৱ ৰকমে জীৱন্ত কৰি কলে,

—আচৰিত হ'লেও এই কুৎচিত বতৰেই, চিত্ৰা, আজি তোমাৰ ওচৰলৈ মোক টানি আনিছে। তুমি হয়তো ঘৰৰ ভিতৰত বহি থাকি তাক কুৎচিত বুলি কব পাৰা। হয়তো তোমাৰ নিচিনা আস্বাদ নোপোৱা আৰু দহজনে তাক কুৎচিত বুলি কব। কিন্তু মই আজি তাৰেই উন্মাদনাতে যেন গোটেই সন্ধিয়াটো কস্তুৰী মৃগৰ দৰে নিজেই বলিয়া হৈ ক'তো অকণো শান্তি পোৱা নাই।

জয়ন্তৰ কথাৰ ৰাগীত চিত্ৰাৰ পুলকৰ মাত্ৰা আৰু যেন অলপ ওপৰলৈ উধাই গ'ল। আৰু সেই পুলকৰ সোঁতত যেন ঘৰৰ কিছু ভিতৰলৈ সোমাই আহি, ভিতৰতুৱাৰৰ পৰ্দাখন আজুৰি গাত মেৰিয়াই লৈ, মুখৰ হাঁহিটো আৰু বেছি অসহনীয় ধুনীয়াকৈ কলে,

—তেনেহলে মই আপোনাক অতি দুখেৰে জনাবলৈ বাধ্য হম যে, আপুনি আজি অতি অসময়ত এই ওখ পাহাৰখন ডেই শান্তিৰ কাৰণে ইয়ালৈ কষ্ট কৰি আহিছে। অশান্তিৰ যন্ত্ৰণাত মই নিজেই জৰ্জ্জৰিত হৈ কলৈ যাম অকণো উৱাদিহ পোৱা নাই। আজি এসপ্তাহ হ'ল, ককাইদেউ নবৌক থবলৈ তেজপুৰলৈ গৈছে। আজি তিনিদিন হ'ল মা বিচনাত পৰি ইনফ্লুৱেঞ্জাত ভুগিছে। মই এইমাত্ৰ আপোনাৰ মাত শুনি, ডালিৰ কেৰাহিটো মাটিত নমাই থৈ, বান্ধনি ঘৰৰ পৰা ওলাই আহিছোঁ।

তাৰ প্ৰায় পোন্ধৰ মিনিটমান পিছত।

ফুদণ্ডৰ কাৰণে চিত্ৰাৰ মাকৰ খবৰ লৈ, কাঞ্চীমনীক বান্ধনি ঘৰৰপৰা মতাই আনি বুঢ়ীৰ কুমত অলপ উইংগোজেন ঘঁহিবলৈ লগাই থৈ, একে উশাহে প্ৰায় পঞ্চাশটিমান ইনফ্লুৱেঞ্জাৰ দৰবৰ ব্যৱস্থা দি, জয়ন্তই সম্পূৰ্ণ এটি নতুন বন্ধুত্বৰ সম্বন্ধত, চিত্ৰাৰ লগত হাঁহি-মাতি, ৰং ধেমালি কৰি আহি বান্ধনি-ঘৰৰ ভিতৰুত সোমাল

আৰু নিজে নিজেই কৰবাৰপৰা মূঢ়া এটা বিচাৰি আনি বহি, ঘৰটোৰ চাৰিওপিনে এবেলি বৰ আগ্ৰহেৰে লক্ষ্য কৰি চালে।

তাৰ সন্মুখত দহদহাই জ্বলা ছুটা কয়লাৰ ডাঙৰ চৌকা। নমাই থোৱা সিজা ডালিৰ আৰু ভাতৰ ছুটা কেৰাহী। আৰু তাৰে কাষত নচকাকৈ ৰখা এখন কাঁহীৰ ওপৰত কেডোখৰমান ভজা ৰৌ-মাছ আৰু বেচন দি ভজা কেচকলমান বেঙেনা।

তাৰ ভৰিৰ নিচেই ওচৰত চালনী এখনত এফালি আধাকটা ৰন্ধা কৰি, কেআজলিমান বাকলি সুগুচোৱা কেঁচা মটৰমাহ আৰু গোটাচেৰেক আলু আৰু পিয়াজ। আৰু তাৰে কিছু নিলগত পাৰি শিলপতা এখনৰ ওপৰত এই মাত্ৰ পিহি এৰি থৈ যোৱা কেবিধমান পিহা মচলা।

এটা প্ৰকাণ্ড অধীৰতাত জয়ন্তই চাৰিওবাষৰ এই সম্পূৰ্ণ নতুন আৰু অপৰিচিত পৰিমণ্ডলটোৰ পিনে কেৱল বাৰে বাৰে বৰ আগ্ৰহৰে চাই গ'ল। ভজা-মাছ, ভজা-বেঙেনা, সিজা-ডালি, পিহা-মচলা, পোৰা-কয়লাৰ এটা অদ্ভুত সানমিহলি গোন্ধে তাৰ অতিশয় উত্তেজিত অনুভূতিবোৰক আৰু যেন কিবা এটি নতুন আদিম উত্তেজনাৰে বেছিকৈ উত্তেজিত কৰি তুলিলে।

সেই উত্তেজনাতে যেন জয়ন্তই বহা মূঢ়াটোৰে সৈতে চিত্ৰাৰ গাৰ ওচৰলৈ আগবাঢি গৈ, চিত্ৰাক বৰ মনযোগেৰে কখিৰ পাত কুটা দেখি, নিজেও চালনীৰ পৰা ছুটামান মটৰমাহ তুলি লৈ তাকে চোবাই মাতটো যথেষ্ট কোমল কৰি সুধিলে,

—চিত্ৰা সিদিনাৰ পাছত তুমি আকৌ মোক আজি এইদৰে অলপ আচৰিত হৈছা নহয় নে?

চিত্ৰাই প্ৰথম প্ৰথম জয়ন্তৰ কথা একো মুগুনাব দৰে কেৱল মনপুতি কৰিব পাতকে কুটি যাবলৈ বিচাৰে। কিন্তু বেছিপৰ তাকে কৰিব নোৱাৰি, এবাৰ হঠাতে জয়ন্তৰ চকুলৈ চকু তুলি চাই বৰ নিমজ এটি হাঁহি মাৰি কয়,

—আচৰিত হবলৈ যথেষ্ট কাৰণ আছে কাৰণেই অলপ আচৰিত নোহোৱা নহয়।

জয়ন্তই উচ্ছ্বাসত আৰু অলপ চিত্ৰাৰ গাৰ কাষলৈ মুঢ়াটোৰে সৈতে আগবাঢ়ি যায়। আৰু আগতকৈও বেছি তৃপ্তিৰে এমুঠামান মটৰৰ গুটি মুখলৈ দলিয়াই, মুখত এটা প্ৰস্ফুটিত হাঁহিৰে কয়,

—কিন্তু তুমি যদি ভালকৈ ভাবি চাবলৈ যোৱা, তাত আচৰিত হবলৈ কোনো কাৰণেই নাই। মানুহে নানা কাৰণত কেতিয়াবা হঠাতে একোটি ডাঙৰ ভুল কৰি পেলায়। মোৰ বোধেৰে, সেই ভুলৰ বাবে ভুল কৰা মানুহজনক সদায় আঁতৰাই নথৈ তাক সেই ভুল শুধৰাই লবলৈ সুযোগ দিয়াটো বেছি ভাল কথা।

চিত্ৰাই কুটি শেষ কৰা কবিৰ কাঁহীখন একলীয়াকৈ থৈ, হাতৰ ওচৰলৈ আলুগুটি গোটাচেৰেক চপাই নি, জয়ন্তৰ চকুলৈ চাই বৰ অৰ্থপূৰ্ণ চোকা এটি হাঁহি মাৰি কলে,

—কিন্তু সেই ভুল কৰা মানুহজন যে সিদিনা অকল মণেই আছিলো, আপুনি ইমান সহজতে তাক ধৰি পলে কেনেকৈ ?

চিত্ৰাক আলুৰ বাকলি গুছোৱা দেখি, জয়ন্তয়ো হাতৰ পৰা মটৰমাহবোৰ নমাই থৈ, এনেয়ে আলুগুটি এটা হাতত লৈ, তাক হাতৰ তলুৱাৰ ওপৰত নচুৱাই নচুৱাই, চিত্ৰাৰ হাঁহিটোৰ চকুৰেই এটা সমুচিত উত্তৰ দি কলে,

—মই কেতিয়াও সিদিনা অকল তুমিয়েই ভুল কৰিছিলা বুলি ধৰি লোৱা নাই চিত্ৰা। আৰু লোৱা নাই এই কাৰণেই যে সিদিনাৰ ভুল অকল তোমাৰো নহয়, মোৰো নহয়, ভুল আমাৰ দুয়োৰো সিদিনাৰ সমানে প্ৰতিকূল মনৰ অৱস্থাৰ—

জয়ন্তৰ কথাৰ ইঙ্গিতটো চিত্ৰাই সম্পূৰ্ণভাবে সুবুজিলেও, বুজাৰ এটি ভাও কৰি, জয়ন্তৰ চকুলৈ বৰ আবেগেৰে চাই হাঁহি লাহে লাহে উঠি থিয় হ'ল। আৰু সাময়িক অলপ অহেন ধৰণৰ ব্যস্ততাৰ পিছত, বুটিথোৱা কৰি আৰু আলুখিনি সশব্দে কেৰাহীৰ ওপৰত পেলাই দি, বৰ ঘন ঘনকৈ তাকে লাৰি কলে,

—কথাৰ এই অদ্ভুত পাকবোৰ আপোনাৰ এটি সম্পূৰ্ণ নিজস্ব বস্তু। শুনি গলে প্ৰথমে তাক বেছ বুজা যেন লাগে; কিন্তু পিছলৈ গৈ একোটো সুবুজি।

জয়ন্তই ভীষণ স্ফুৰ্ত্তি পোৱাৰ দৰে আত্মপ্ৰসাদৰ এটা দীঘল সক হাঁহি মাৰি, হাঁহিৰ লগে লগে মূঢ়াৰ পৰা উঠি থিয় হ'ল। আৰু লাহে লাহে চিত্ৰাৰ আথাৰ ওচৰলৈ খোজকাঢ়ি গৈ, মুখৰ পিনৰ বন্ধ খিড়িকীখন খুলি দি, হঠাতে বাহিৰত প্ৰবল ধুমুহা এটাৰ আয়োজন দেখি, অলপ তন্ময়ৰ সুৰত কোৱাৰ দৰে কলে,

—অকল কথাৰেই নহয়, চিত্ৰা! কাৰ্য্যৰো অদ্ভুত পাকবোৰ মোৰ এটি সম্পূৰ্ণ নিজস্ব বস্তু। যদি তুমি আজি জানিলাহেঁতেন মই কাৰ ব্যাকুল নিমন্ত্ৰণ উপেক্ষা কৰি, এইদৰে বিনা নিমন্ত্ৰণে উপযাচি তোমাৰ ওচৰলৈ আহিছো, বোধকৰো মোৰ প্ৰতি তোমাৰ কৌতুহলৰ মাত্ৰাটো আৰু কিছু দূৰ চৰি গ'লহেঁতেন।

চিত্ৰাই জয়ন্তৰ ইঙ্গিতটো সম্পূৰ্ণভাৱে সুন্দৰকৈ বুজিলেও সমুলি সুবুজাৰ দৰে, এটা সুন্দৰ প্ৰশ্নবোধক ভঙ্গীত, জয়ন্তৰ চকুলৈ বৰ কৌতুকেৰে চাই ৰ'ল।

জয়ন্তই সেই দৃষ্টিৰ আকৰ্ষণতে যেন আগবাঢ়ি অহাৰ দৰে আহি, আথাৰ জুইৰ তাপত ৰঙা পৰা চিত্ৰাৰ মুখখনিলৈ আৰু কপালৰ চুলিখিনিলৈ বৰ লোভেৰে চাই, এটা ব্যথাৰ অভিনয়ত কোৱাৰ দৰে কলে,

—চিত্ৰা, মই যাৰ নিমন্ত্ৰণ অগ্ৰাহ্য কৰি আজি তোমাৰ ইয়ালৈ আহিছো, তেওঁ কেতিয়াও আজিৰ নিচিনা এটা সন্ধিয়া এইদৰে মোক কেৱল কেৰাহীৰ ওপৰত ভজা কৰি আৰু আলুবোৰ চাবলৈ দি থিয় কৰাই নাৰাখিলেহেঁতেন। হয়তো ঠিক এই মুহূৰ্ত্ততে তেওঁ মোৰ লগত একেখন স্বেটিতে গাতে গা লগাই বহি, ৰেডিওৰ আৱহ সঙ্গীতৰ লগত, তেওঁ নিজে হাতে কৰা একাপ কোকো মোৰ হাতত আনি তুলি ধৰিলেহেঁতেন।

অন্তৰত আৱেগৰ অত্যধিক উঠুলি-মুঠুলিত চিত্ৰাই কি কব একো ঠিক কৰিব নোৱাৰি, কেৱল বাৰে বাৰে অতি থৰকৈ কেৰাহীৰ ৰঙা পৰা তৰকাৰীখিনি লৰাই দি গ'ল। আৰু এবেলি হঠাতে তাৰ ওপৰত কিছু পানী ঢালি ঢাকনী এখন দি, লাহে লাহে হাত ধুই এখোজ দুখোজকৈ আহি, জয়ন্তই অলপ আগেয়ে খুলি দিয়া খিড়িকীখনৰ ওচৰত থিয় হ'ল। আৰু বৰ তৃপ্তিৰে বাহিৰত ধুমুহাৰ আজোৰণিত অসহায়ভাৱে লৰা সৰল গছবোৰলৈ চাই, এটা প্ৰাণৰ স্পষ্ট আনন্দত কৈ যোৱাৰ দৰে কৈ গ'ল,

—সেই কাৰণেই ভাবিছোঁ, আজি ৰাতিপুৱা মানুহে বিচনাৰ পৰা মাটিত ভৰি দিওঁতে কি এনে ভাওৰ অশুভ বস্তুটো দেখি ভৰি দিছিল! বন্দনাৰ কথা বাক এৰি দিলোৱেই, তথাপি ক'ত সেই আৰামী ছোফা পৰা ড্ৰইংৰুম, ৰঙা ম্লান বিজুলী-চাকি, ৰেডিওৰ গান,—আভিজাত্যৰ আৰু কত কি আনন্দৰ উপাদান আৰু ক'ত

এই ভঙা-চিঙা, খৰি-খেৰ, চাউল-ডালি, শাক-পাচলিৰে জাবৰ হৈ থকা লেতেৰা বান্ধনি ঘৰটো ! মোৰ যেন নিজৰেই বিজাই চাই বৰ ডাঙৰ এটি পুতৌৰ ভাব হৈছে ।

চিত্ৰাৰ শ্লেষৰ উত্তৰ দিয়াৰ ছলতে, জয়ন্তই একেবাৰে উচ্ছ্বাসত চিত্ৰাৰ গাৰ কাষলৈ গৈ, চিত্ৰাৰ লগত একেলগে খিড়িকীৰ চৌ-কাঠত ভেজা দি থিয় হ'ল । আৰু বাহিৰৰ এন্ধাৰলৈ আকুলভাৱে চাই থকা চিত্ৰাৰ চকুৰ দৃষ্টিটো ধৰিবলৈ আপ্ৰাণ চেষ্টা কৰি কলে,

—চিত্ৰা, তেনেহলে তুমি মোৰ প্ৰাণৰ অদ্ভুত আকুলতা খিনি আজি অলপো বুজি পোৱা নাই । মই যদি আজি কিবা এটি কাৰণে বন্দনাৰ তালৈ যাব নোৱাৰিলো, তেনেহলে অকল সেই বন্দনাৰ আভিজাত্য ভৰা ড্ৰইংৰুমটোৰ কাৰণেই—

তাতে জয়ন্তই অলপ বৈ বাহিৰৰ উত্তেজক ধুমুহাৰ দৃশ্যটোলৈ বৰ আৱেগেৰে চাই, চিত্ৰাৰ মনযোগ সেইপিনে আকৰ্ষণ কৰিবলৈ যেন এটা স্পষ্ট চেষ্টা কৰি আৰু বেছি প্ৰাণৰ উত্তপ্ততাৰে কৈ গ'ল,

আজিৰ নিচিনা বিপুল উন্মাদনা ভৰা ধুমুহাৰ ক'লা আকাশ, বতাহত অসহায়ভাৱে বাগৰি পৰিব খোজা এই গছবোৰৰ অপূৰ্ব্ব শোভা । সিহঁতৰ পাতৰ মাজেদি বতাহত ভাঁহি অহা এই গোটেই প্ৰকৃতিৰে যেন ব্যথা ভৰা মৰ্ম্মটান । মোৰ দৃঢ় বিশ্বাস বন্দনাৰ ড্ৰইংৰুমৰ নিচিনা এনে এটি নিষ্প্ৰাণ কৃত্ৰিমতাপূৰ্ণ আৱেষ্টনত, এনে এটি উদ্দাম মধুময় পুলকৰ সান্নিধ্যও চৰম তৃপ্তিৰে উপভোগ কৰা সম্ভৱপৰ নহয় ।

বন্দনাৰ ড্ৰইংৰুমৰ নিন্দাত বাহিৰৰ প্ৰকৃতিৰ উন্মাদনাত আৰু জয়ন্তৰ কথাৰ বাগীত চিত্ৰাৰ শৰীৰত অধৈৰ্য্যৰ মাত্ৰা কাণে কাণে উপচি পৰিল । চিত্ৰাই বাহিৰলৈ উলিয়াই ৰখা মুখখন ভিতৰলৈ সুমাই

আনি, খিড়িকীৰ চৌ-কাঠত এফালে মূৰটো বৰ বিহ্বলৰ দৰে পেলাই দি, জয়ন্তৰ চকুলৈ চাই কেৱল ক্ষুধিতভাৱে হাঁহিলে। চিত্ৰাৰ ৰুক্ষ চুলিৰ মাজত, কৰ্ম্মক্লান্ত মুখখনৰ সেই ক্ষুধাৰ ভঙ্গীটো, বাহিৰত বাৰে বাৰে চমকি উঠা বিজুলিৰ পোহৰে আৰু অসহনীয় উত্তেজক কৰি তুলিলে।

জয়ন্তই সেই উত্তেজনাতে যেন নিমিষতে দ্বিধা, দ্বন্দ্ব, সঙ্কোচ সকলো পাহৰি গৈ, চিত্ৰাৰ আৰু বেছি গাতে গা লগাই থিয় হৈ চিত্ৰাৰ কপালৰ ওপৰত পৰি থকা অসংযত চুলি কেইডালিমান মৰম কৰি হাতেৰে আঁতৰাই দি, এবেলি হঠাতে উচ্ছ্বাসত কৈ উঠিল,

—চিত্ৰা, তুমি সচাঁকৈয়ে আজি বৰ অপূৰ্ব্ব ধুনীয়া হৈছা।

চিত্ৰাই জয়ন্তৰ কথাত বা কাৰ্য্যত কোনো প্ৰকাৰেই কোনো বিৰক্তি নেদেখুৱাই, বৰং আগতকৈয়ো বেছি বিহ্বলভাৱে মূৰটো খিড়িকীৰ কাঠত পেলাই, এটা পৰম তৃপ্তিৰ ঈৰ্ষাৰ হাঁহি মাৰি কলে,

—বোধকৰো বন্দনাৰ তালৈ যোৱাহেঁতেনো আপুনি ঠিক এইষাৰ কথাকে কলেহেঁতেন!

জয়ন্তই উচ্ছ্বাসত যেন ভাঙি পৰি, নিজৰ অথিৰ দেহটো সম্পূৰ্ণভাৱে চিত্ৰাৰ দেহৰ উত্তপ্ততাৰ ওপৰত পেলাই দি, বৰ লোভনীয় হৈ খিড়িকীৰ চৌ-কাঠত পৰি থকা চিত্ৰাৰ মূৰটো দুয়ো হাতেৰে তুলি ধৰি, কথাত প্ৰাণৰ সকলো সঞ্চিত আবেগ ঢালি দি কলে,

—চিত্ৰা, তুমি অকাৰণে মোক জব্দ কৰিবলৈ এই মিছা কথাষাৰি কৈছা। তুমি নিজে জানা, মই আজি বন্দনাৰ তালৈ যোৱাহেঁতেনো কেতিয়াও বন্দনাক তোমাৰ দৰে সম্পূৰ্ণ নতুন আবেষ্টনৰ মাজত, এই সম্পূৰ্ণ অসাধাৰণ ভূমিকাত কেতিয়াও দেখা নেপালোহেঁতেন। তুমি সঁচাকৈ বিশ্বাস কৰা, দুইৰ তাপত বঙা পৰা তোমাৰ

ক্লান্ত মুখখনত, সামান্য ঘামত ভিজি থকা তোমাৰ কপালৰ এই সৰু সৰু ৰুক্ষ চুলিখিনিত, তোমাৰ নিৰাভৰণা, মুক্ত, গোটেই উদাস দেহতে আজি মই এটি অসংযত ৰূপৰ উন্মাদনা দেখিছো।

চিত্ৰাই জয়ন্তৰ কথাৰ উত্তেজনাৰ সোঁতত, আনকি জয়ন্তৰ দুয়ো হাতৰ মাজতো মূৰটো কোনো প্ৰকাৰে থিৰেৰে ৰাখিব নোৱাৰা, কেৱল জয়ন্তৰ চকুলৈ চাই পাৰপূৰ্ণ ঈৰ্ষা আৰু কামনাত জ্বলা এটা তীক্ষ্ণ হাঁহি মাৰি কলে,

—নাৰীৰ সৌন্দৰ্য্য বৰ্ণনা কৰাত আপুনি সদায় সিদ্ধহস্ত বুলি জানো। ধুনীয়া ধুনীয়া শব্দেৰে শুনি বেছ ভাল লগাকৈ কথাকেইটি অনৰ্গল কিতাপৰ পৰা মুখস্থ মতাৰ দৰে কৈ যাব পাৰে। কিন্তু এইখিনিয়েই মাত্ৰ ভয় হয়, জানোচা, এই একে কথাকেই আপুনি জীৱনত ইয়াৰ আগেয়ে আৰু বহু ঠাইতে কৈ গাহিছে।

সকলো সংকোচ এৰি দি জয়ন্তৰ হাতৰ ওপৰত পেলাই থোৱা চিত্ৰাৰ মূৰটো, তথা দেহৰ সকলো ভাৰ, জয়ন্তই আৰু বেছি আকুলতাৰে নিজৰ ওচৰলৈ চপাই আনি, প্ৰাণৰ সকলো আৱেগ যেন একেবাৰে নিঃশেষ কৰি দি কলে,

চিত্ৰা, জীৱনত যদি কোনোদিনেই কোনো নাৰীৰ আগত তেওঁৰ ৰূপৰ প্ৰশংসা কৰি অহা নাই বুলি আজি তোমাৰ আগত কওঁ, তেনেহলে সচাকৈয়ে তোমাক এটি প্ৰকাণ্ড প্ৰৱঞ্চনা কৰা হব। সিমান ডাঙৰ প্ৰৱঞ্চনা এটিৰ কাৰণে সচাকৈয়ে মোৰ অন্তৰত কপটতা আৰু কাপুৰুষালি নাই। কিন্তু তুমি বোধকৰো মোৰ পৰা এইখিনি কথা শুনি অনায়াসে বিশ্বাস কৰিব পাৰা যে, জীৱনত মই কোনো নাৰীকেই কোনোদিনে তোমাযোদৰ বাবে অপ্ৰাপ্য বা অসত্য ৰূপৰ প্ৰশংসা দি অহা নাই:

চিত্ৰাই আত্মনিৰ্ভৰৰ কাৰণে সম্পূৰ্ণ অসমৰ্থ হৈ পৰা নিজৰ মুখটো জয়ন্তৰ বুকুৰ ওপৰত পৈ, জয়ন্তৰ কামিজৰ আঁৰত মুখখনি লুকাবলৈ ব্যৰ্থ প্ৰয়াস কৰি, ডিঙিৰ মাতটো অসম্ভৱ ৰকমে আবেগত গধুৰ কৰি কলে,

—আপোনাৰ কথাবোৰত সঁচাকৈয়ে কিবা এটি ডাঙৰ অদ্ভুত মাদকতা আছে। অবিশ্বাস কৰো বুলি আগৰ পৰা হাজাৰ চেষ্টা কৰি থাকিলেও এনেকৈ শুনিলে যেন তাক আৰু অবিশ্বাস কৰিবলৈ সবুলি মন নেযায়।

জয়ন্তৰ বিপুল গৌৰৱত সম্পূৰ্ণ অশ্ৰান্ত আৰু লুব্ধ হৈ উঠা জয়ন্তৰ মনটো জয়ন্তই আৰু তাৰ পিছত কোনো প্ৰকাৰেই সংযত কৰি বান্ধি ৰাখিব নোৱাৰিলে। তাৰ বুভুক্ষু দেহৰ আলিঙ্গনৰ মাজত চিত্ৰাৰ তৃষিত দেহটো নিমিষতে একেবাৰে লুকাই নেদেখা হল।

জয়ন্তৰ দৃঢ় বাহু বন্ধনৰ পৰা নিজৰ দেহটো লাহে লাহে এৰুৱাই আনি, এটা গধুৰ ক্লান্তিত আকৌ আগৰ দৰে খিড়িকীৰ চৌ-কাঠৰ আশ্ৰয় লৈ, চিত্ৰাক একেথৰে বহুপৰ আকাশৰ বুকুত অস্থিৰ হৈ লৰি ফুৰা ধুমুহাৰ মেঘবোৰলৈ চাই থকা দেখি, জয়ন্তই আকৌ এবেলি গভীৰ আত্মীয়তাত চিত্ৰাৰ গাৰ কাষলৈ গৈ আদৰ কৰি সুধিলে,

—চিত্ৰা, তুমি হঠাতে এই মেঘবোৰলৈ চাই ইমান ভাবুকৰ দৰে ভাবিবলৈ আৰম্ভ কৰি দিলা যে ?

চিত্ৰাই অকণো নলৰি বা লৰিবলৈ কোনো উদ্যোগ নেদেখুৱাই আকাশত কলা মেঘৰ বুকুত বিজুলীয়াই যোৱা ৰঙা পোহৰবোৰলৈ একেথৰে কিছুপৰ তন্ময় হৈ চাই থাকি, এবেলি হঠাতে মুখখনি ঘূৰাই জয়ন্তৰ চকুলৈ চাই এটা অতি ক্ষীণ শেঁতা হাঁহি মাৰি কলে

—অইন একো ডাঙৰ কথা ভবা নাই। অকল ভাবিছো, সঁচাকৈয়ে আপুনি কি! স্বয়ং ঈশ্বৰেই নে কোনোবা এজন ডাঙৰ অপদেৱতাৰ অৱতাৰ।

জয়ন্তই চিত্ৰাৰ ওচৰৰ পৰা ক্ষন্তেকৰ কাৰণে আঁতৰি গৈ প্ৰাণ-খোলা এটি তৃপ্তিৰ দীঘল হাঁহি মাৰি সোলোকাই থোৱা গাৰ কোটটো বিচাৰি আনি আকৌ পিন্ধিলে! আৰু লগে লগে যোৱাৰ এটা ব্যস্ত আয়োজন কৰি, হঠাতে এবেলি চিত্ৰাৰ ওচৰলৈ যোৱাৰ দৰে কাষ চাপি গৈ, ক্লান্তিত যেছি ম্লান হৈ উঠা চিত্ৰাৰ মুখখনিৰ পৰা আৰু এবেলি ডুদালিমান স্থানচ্যুত চুলি মৰমেৰে আঁতৰাই দি, এটা সম্পূৰ্ণ উল্লাসৰ ৰঙ্গতাৰ ভঙ্গিমাত কোৱাৰ দৰে কলে,

—চিত্ৰা, তুমি, মই, জগতৰ কোনো মানুহেই—আমি ঈশ্বৰৰ বা কোনো অপদেৱতাৰ অৱতাৰ নহয়। আমি সকলোৱে নিখুঁত তেজ-মঙহৰ কেৱল সাধাৰণ মাটিৰ মানুহ। আৰু সেই কাৰণেই আমাৰ কথা-বতৰা, কাৰ্য্য-কলাপ সকলো সদায় মাটিৰ মানুহৰ দৰেই। আমি ভুল কৰি বা সুবুদ্ধি অকাৰণে তাক বেছি জটিল কৰিবলৈ গৈ আমাৰ জীৱনৰ দুখ, কষ্ট, সন্তাপ আৰু নিৰ্য্যাতনৰ মাত্ৰা কেৱল বঢ়াই তোলো মাত্ৰ।

জয়ন্তৰ কথা শেষ হোৱাৰ লগে লগেই চিত্ৰাই খিড়িকীৰ চৌকাঠৰ পৰা নিজৰ শৰীৰটো কোনো প্ৰকাৰে তুলি আনি, অলপ স্বাভাৱিকভাৱে মজিয়াত খোজ কাঢ়িবলৈ চেষ্টা কৰি, নীৰৱে আহি ৰান্ধনি ঘৰৰ দুৱাৰ মুখত থিয় হ'ল। জয়ন্তই মুখেৰে আৰু দুনাই কোনো কথা নকৈ, কেৱল চিত্ৰাৰ চকুলৈ তীব্ৰ আন্তৰিকতাৰে এবেলি চাই, ভীষণ বেগেৰে ধুমুহাৰ মাজতেই ৰান্ধনি ঘৰৰ পৰা ওলাই আহিল।

অলপ পিছতেই ৰৰষুণৰ পানী জয়ন্তৰ গাৰ পানী কোট আৰু হেটৰ কাণেদি বাগৰি ঝৰণাৰ পানীৰ ধাৰৰ দৰে, কেৱল আপোন সুখে বাগৰি পৰিবলৈ ধৰিলে। উত্তটিত বাৰে বাৰে বোকা-পানীৰ লগত লেটি-পেটি হৈ তাৰ পেণ্টৰ তল দুখন ভৰিৰ লগত লিপিত খাই পৰিল। আনকি ডাঠ জোতাৰ সিয়নিৰ মাজেদিও ৰৰষুণৰ পানী নিজৰি গৈ ভৰিৰ মোজাৰ তলত একেবাৰে ডোঙা বান্ধিলে।

জয়ন্তই তথাপি একোলৈকে ভ্ৰূক্ষেপ নকৰি, একে উল্লাসতে তাৰ বোৰ্ডিং অভিমুখে আগুৱাই যাবলৈ ধৰিলে। তাৰ যেন দেহৰ সকলো শিৰা উপশিৰা অধৈৰ্য্য কৰি উথলি উঠিছে অভূতপূৰ্ব্ব আনন্দৰ উদাত্ত এটি জয়গান। তাৰ যেন শৰীৰৰ প্ৰতি অণু-পৰমাণুকে বিদ্ৰোহিত কৰি ঝঙ্কাৰি উঠিছে অপৰিসীম যৌৱনৰ এটি তুমুল শঙ্খনাদ।

এই অস্থিৰ পুলকৰ উদ্দীপনাতে যেন জয়ন্তই নিজৰ শৰীৰৰ ওপৰত সকলো সংযম হেৰুৱাই কেৱল একে গতিৰেই ধুমুহা আৰু বৰষুণৰ বুকু ফালি আগবাঢ়ি যাবলৈ ধৰিলে আৰু প্ৰতি খোজতে আগতকৈ বেছি উন্মাদনাত আগুৱাই গৈ ভাবিবলৈ ধৰিলে—সি যেন নিজেই এই ধুমুহা ! এই ধুমুহাৰেই এটা মূৰ্ত্ত প্ৰতীক। এই ধুমুহাৰেই বুকুত লুকাই থকা বিদ্ৰোহৰ সেই জ্বলন্ত প্ৰাণটো। সিও যেন নিজেই এদিন এই ধুমুহাৰে দৰে ধৰণীৰ সকলো বাধা-বন্ধন, নিৰ্য্যাতন-নিষ্পেষণ ভাঙি-ছিঙি চুৰমাৰ কৰি উৰুৱাই লৈ যাব। আৰু তাৰ পৰিবৰ্ত্তে সম্পূৰ্ণ নতুন মানৱৰ সম্পূৰ্ণ নতুন এখনি পৃথিবী গঢ়ি তুলিব; য'ত হব মানুহ সেই সৃষ্টিৰ আদিম প্ৰভাতৰ সমুদ্ৰ বক্ষৰপৰা আপোনা-আপুনি উথলি উঠা ঢৌকিটিৰ দৰে, চিৰ মুক্ত—চিৰ স্বাধীন—চিৰ নিষ্কলঙ্ক।



# সেতু-বন্ধন

খিলঙৰ অফিছৰ নতুন চাকৰি; তাতে নিগাজি নহয়। সেয়ে পূজাৰ বন্ধ পালেও অফিছ এৰি দূৰলৈ যোৱা টান। যাব পাৰিলেও কিন্তু সিবেলি মোৰ যাবলৈ তেনে কোনো প্ৰবল স্পৃহাও নাছিল।

কিয়নো, পূজা!........পূজা অসমীয়া সামাজিক জীৱনৰ এনে অপৰিহাৰ্য্য একো উৎসৱ নহয় যে, ঘৰলৈ নেহাৎ নগলেই নচলে। আমি চহৰীয়া দুই-চাৰিজনে দেখাক দেখি বছৰেকীয়া পূজা পাতিবলৈ শিকিছো হয়, কিন্তু সি এতিয়াও আমাৰ জাতীয় জীৱনৰ হাড়ে-হিমজুৰে তেনে দ সাঁচ বহুৱাব পৰা নাই।

তাৰ বাহিৰেও, যামেই বা কলৈ? ঘৰ? বিশ্ব-বিদ্যালয়ৰ জপনা পাৰ হৈ আজি দুবছৰে নিবনুৱা হৈ ঘৰত বহি, সকলোকে তিতা লগাই, এইমাত্ৰ সিদিনা আহি বিদেশত কামত সোমাইছো। কামে-কাযে মন দিয়া দেখি ঘৰৰ সকলোৰে মনত বঙহে পাইছে। এবছৰে নেদেখিলেও তেনেকৈ চাবলৈ কোনেও বৰ হেপাহ কৰা নাই।

অৱশ্যে গুৱাহাটীৰ কথা সুকীয়া। মনৰ সাধাৰণ অৱস্থাত থাকিলে মই যে শত বাধা-বিঘিনি নামানিও গুৱাহাটীৰ পৰা এপাক মাৰি আহিলোহেঁতেন, সি ধ্ৰুৱ নিশ্চয়। কিন্তু কিহে এনেকৈ গুৱাহাটীৰ উপমাইতৰ ঘৰখনৰ প্ৰতি মোৰ আকৰ্ষণটো একেবাৰে নাইকিয়া কৰি আনিলে, মই নিজেই বহু সময়ত ভাবি নাপাওঁ।

উপমাহঁতৰ ঘৰ ? সিতো মোৰ কাৰণে অতি দূৰসম্পৰ্কীয় অকল এজন মোমাইদেউৰ ঘৰেই নাছিল ! জীৱনৰ অতি উৎকৃষ্ট চাৰিটি বছৰ, কলেজত পঢ়োতে সেই অপূৰ্ব্ব সুধাৰ বহঘৰাটোৰ ভিতৰতে কটাইছিলো। আৰু উপমা ?....উপমা অকল সেই মোমাইদেউৰে এজনী ছোৱালী মাত্ৰ নাছিল, উপমা মোৰ কাৰণে, জগতৰ সকলোৰে কাৰণে, এটি অপাৰ্থিৱ, মহা সাধনাৰ ডাঙৰ সিদ্ধিৰ ধন আছিল।

কিন্তু তাৰ আগৰ বহাগত, সকলো যেন কিবা ওলটপালট হৈ গ'ল। সেই তেতিয়াৰ কেঁচা ঘা, জীৱনত আৰু মোৰ গুকনিমুৱা হবলৈ নাজানিলে। বিয়া ?........বিয়াতো জীৱনত বহু ছোৱালীৰেই হয়। কিন্তু উপমাৰ বিযাত মোৰ কাৰণে বৰ ডাঙৰ কিবা এটি স্বকীয়া তাৎপৰ্য্য আছিল। বহুতো বুজাই-বঢ়াই মনটোক উপমাৰ বিয়ালৈ যাবলৈ সন্মত কৰাব নোৱাৰিলো ! জীৱনত কেবা দিনো উপমাক নিজৰ কাবত লৈ কেবা প্ৰকাৰেও কল্পনাৰ ৰহণ সানি ভাবি চাইছিলো। কিন্তু কোনো দিনে ভুলতো আন কি উপমাক আনৰ লগত লৈ সম্পূৰ্ণ আনৰ আয়ত্বাধীনৰ মাজত ভাবি চোৱা নাই। যিটো কথা জীৱনত আন কি কল্পনাতো কোনো দিনে ভাবি নাপালো, তাৰ জানো বাস্তৱ ৰূপান্তৰ চাই মোৰ মনে কেতিয়াবা সহি থাকিব পাৰিব ? উপমা যদি আনৰ হয়েই, হওক, মই তাক চাবলৈ যাওঁ কেলৈ ? উপমাক যদি পাই আন কোনোবাই আনন্দ কৰে, কৰক, মই তাত যোগ দিবলৈ যাওঁ কেলৈ ?

সেই কাৰণেই উপমাৰ বিয়ালৈ মই নগলো বা যাব নোৱাৰিলো। আৰু সেই নোযোৱাই আজিকোপতি মই গুৱাহাটীমুৱা হোৱা নাই আৰু কেতিয়াও নহওঁ বুলিয়ে ভাবিছো।

"টিপটপ" হোটেলৰ ওপৰ মহলাৰ আলিকাণৰ খোটালী এটি। তাৰে খিড়িকী এখনৰ ওচৰত থিয় হৈ, মই তলৰ বাটৰ পূৱাৰ বজাৰৰ অগণিত লেখাৰি নিছিগা মানুহৰ সুঁতিবোৰলৈ লক্ষ্য কৰি থিয় হৈ আছোঁ।

নিজৰ মনৰ ভিতৰত মোহয়া শোকৰ ডাঙৰ গৰা-খহনীয়া চলে, তেতিয়া বাহিৰৰ ৰং-ৰূপহৰ সাজ-সজ্জাই মনটো আকৰ্ষণ কৰে অতি সহজে। সেয়ে মই এটা অদ্ভুত তৃপ্তি লৈ, ব্যস্ত আৰু উত্তেজিত নৰ-নাৰীবোৰৰ সেই অদ্ভুত উখল-মাখলখনলৈ বৰ একাণপতীয়াকৈ চাই আছিলোঁ।

হোটেলৰ ভিতৰত জনপ্ৰাণী বুলিবলৈ মই তেতিয়া অকলে। আনকি মোৰ আন্ধাৰ কোঠালীতে বিজুলী চাকিটো পৰ্য্যন্ত জ্বলোৱা হোৱা নাছিল।

নতুন টান জোতা পিন্ধি লেকেচিয়াই লেকেচিয়াই বাটত খোজ কঢ়া সৰু ল'ৰাৰ সমদল। পুতলা আৰু পেঁপা হাতত লৈ উত্ৰাৱল হৈ চিঞৰি বাখৰি যোৱা কেঁচুৱাৰ দল। কোনো দিনে বেছি বাট-পথ নেদেখা অসূৰ্য্যস্পৃশ্যা কুলবধুসকলৰ গাড়ী-ঘোৰাৰ মাজত খোজৰ

থকাখুন্দা। সঁচাকৈয়ে মোৰ মনত কিবা অদ্ভুত এটি তৃপ্তিৰ পৰশ স্যানি দি যাবলৈ ধৰিলে।

কিন্তু বাহিৰত আন্ধাৰ ক্ৰমান্বয়ে বেছি গাঢ় হৈ আহিল। আলিবাটৰ চাকিটোৰ পোহৰৰ বাহিৰে আন ক'তো মানুহৰ মুখ চিনি নোপোৱা হ'ল। কিছুপৰ এনেয়ে অন্যমনস্কভাৱে আন্ধাৰৰ বুকলৈ চাই থাকি মই এবেলি বাহিৰলৈ লক্ষ্য কৰি তলৰ মহলাইদি নামি আহিলোঁ।

আন্ধাৰ পটিক'টোতে থিয় হৈ মই তেতিয়াও আলিবাটলৈ অনিশ্চিত-ভাৱে চাই থিয় হৈ আছোঁ। ক'লৈ যাম, তেতিয়াও মনৰ ভিতৰত ভালকৈ সিদ্ধান্ত কৰা নাই। এনেতে হোটেলৰ কম্পাউণ্ডতে কামী-ছায়াত থকা ঘপিয়াই থকা চাকৰটোৱে তাৰ কামৰপৰা মূৰ তুলি মোক সম্বোধন কৰি কলে—"বাবুজী! চিঠিৰ বাকচত আপোনাৰ নামৰ এখনি চিঠি আছে। হিৰেণ বাবুৱে মোক অথনিয়ে ফুৰিবলৈ ওলাই যাওঁতে আপোনাৰ "ছিটত" থৈ আহিবলৈ কৈছিল। কিন্তু আপোনাৰ ঘৰ আন্ধাৰ দেখি, আপুনি ওলাই যোৱা বুলি সন্দেহ কৰি মই মোৰ নিজৰ কামতে মন দি আছো।"

তাৰ পিচত আৰু সেই ৰাতি মোৰ ক'লৈকো ওলাই যোৱা নহ'ল। যি অনিশ্চিত খোজেৰে ওপৰ মহলাৰ পৰা নামি গৈছিলোঁ সেই অনিশ্চিত খোজেৰেই আকৌ মোৰ নিজৰ কোঠালীলৈ উভতি আহিলোঁ। আৰু চাকিটো জ্বলাই দুৱাৰখন ভালকৈ টানি বন্ধ কৰি, চিঠিখন বৰ মনযোগেৰে পঢ়িবলৈ ধৰিলোঁ।

উপমাই লিখিছে :—

"* * * * আজিলৈকে যে আপোনাক মই পাহৰিব পৰা নাই ই কাৰ দোষ? মোৰ নে আপোনাৰ, নে আমাৰ দুয়োৰো যৌবনৰ

অপূৰ্ণ বাসনাৰ ? জানো, আপোনাক তেনেকৈ ভবা এতিয়া মোৰ পাপ ; কিন্তু অকল আইনৰ বিচাৰতহে পাপ-পুণ্যৰ হিচাপ হয় নে কি ? জগতত হৃদয়ৰ বিচাৰ বোলা জানো কোনো কথাই নাই ? স্পষ্টকৈ জানো, আকাশৰ জোনটোক মই জীৱনত কোনো দিনেই পাব নোৱাৰো আৰু পালেও ধৰি ৰাখিবলৈ মোৰ নিজৰ অকণো শকতি নাই। তথাপি জানো জোনটোক সদাই পাবলৈ হাবিয়াহ কৰা মোৰ পাপ ? মইতো সতী ধৰ্ম্মৰ ক'তো অকণো অৱহেলা কৰা নাই। দেহে-মনে স্বামীৰ নিতৌ পৰিচৰ্য্যা কৰিছোঁ। স্বামীৰ মঙ্গল প্ৰতিদিনে কামনা কৰিছোঁ। স্বামীৰ অঙ্কশায়িনী হৈ প্ৰতি-নিশাই পত্নীধৰ্ম্ম ৰক্ষা কৰিছোঁ। কিন্তু তথাপিও আপোনাক মই ভাল পাওঁ। ভাল পাওঁ, যেনেকৈ মোৰ দেহটোক সজাবলৈ মই ভাল পাওঁ। ভাল পাওঁ, যেনেকৈ মই শুৱনি সাজ এযোৰ ভাল পাওঁ। ভাল পাওঁ, যিদৰে মই আকাশৰ জোনটোক ভাল পাওঁ। এই সকলোবোৰ ভালপোৱাকেইচোন মই বিয়াৰ আগতে অবাধে ভাল পাই আছিলো আৰু বিয়াৰ পিচত এতিয়াও একেদৰেই ভাল পাই আছোঁ। তেনেহলে অকল আপোনাক ভাল পোৱাৰপৰা মই বঞ্চিত হম কেলৈ ?

"ই মোৰ হৃদয়ৰ যুক্তি ; অন্তৰৰ বিচাৰ। বিবেকে কিন্তু মাজে মাজে মোক অইন এটা পথ নিৰ্দ্দেশ কৰি দিয়ে। এই হৃদয় আৰু বিবেকৰ দ্বন্দ্বত মই সম্পূৰ্ণ ভাগৰি পৰিছোঁ।

পূজাত দিগবৈৰপৰা ঘৰলৈ আহিছো। সিজনাৰ ছুটী নাই। মাত্ৰ সিদিনা দীঘলীয়া "হানিমুন" শেষ কৰি দীঘলীয়া ছুটীৰ পিছত কামত "জইন" কৰিছে।

'ঘৰুৱৈ উন্নতি আহিছো হয়, কিন্তু মনত অকণো শান্তি পোৱা নাই। আপোনাৰ স্মৃতিয়ে আক মোক বেছি বিহ্বল কৰি তুলিছে। বিশ্বাস ক'ৰব নকৰিবও পাৰে, মোৰ মনত আজি-কালি এটি অদ্ভুত ধাৰণা হয়। মই ভাবোঁ, বিয়া কৰাই আপোনাৰ প্ৰতি যেন মই এটি ঘোৰ অন্যায় কৰিছোঁ। মোৰ যেন বৰ ডাঙৰ এটি কলঙ্কময় পদস্খলন হৈছে। মই যেন কোনোবা পৰ পুৰুষৰ লগত থাকি, কাম-নাৰ দাসত্ব কৰি, মোৰ যেন গোটেই অঙ্গ-অৱয়ৱ পাপেৰে কলুষিত কৰি তুলিছোঁ।

"কালি পূবা ছমাহ শেষত সেই আপুনি থকা পুৰণি কোঠালী-টোত সোমাওতে প্ৰথমেই এই ভাবটো মোৰ মনত উদয় হয়। আপুনি নিশ্চয় আপোনাৰ সেই কোঠালীটো এতিয়াও পাহৰিব পৰা নাই। আজি-কালি সেই একেখন চিনাকি চন্দনে পোৰা। বেৰত আঁৰি থোৱা সেই ডাঙৰ "মিৰৰখন", য'ত 'আপুনি' মোক পঢ়ুৱাই থাকোতে, তুয়োৰে ছবি তুখন চাই, মই অন্যমনস্ক হলে আপুনি ধমক দিছিল, সেই আচঁীখন এতিয়াও সেইভাৱে আছে। কালি হঠাতেই তাৰ সমুখত থিয় হৈ মোৰ নিজৰ মুখৰ প্ৰতি-বিম্বটো দেখি নিজেই মই ভয়তে যেনেই উচপ খাই উঠিছিলো। মোৰ চকু, মোৰ দেহ, ক'তো যেন আগৰ সেই পবিত্ৰতা, নিৰ্ম্মলতা, অকণো বিচাৰি পাবলৈ নাই। তাৰ পৰিবৰ্ত্তে সকলোৰে ওপৰত অপবিত্ৰতাৰ ডাঠ ক'লা আবৰণ এখনি ঘনাই উঠিছে।

* * * পূজাত মাতি পঠিয়াবলৈ ডকৰ আছে যেন। নাহিলে মোৰ বিপদ আছে। আপুনি নাজানে, আপুনি মোৰ বিয়ালৈ নাহি সকলোকে লক্ষ্য আৰু আলোচনা কৰিবলৈ কিমান ডাঙৰ সুযোগ

এটা দিছিল । তাৰ পিছতো, ইমান দীঘলীয়া ছুটী এটা পাই বছেৰেকীয়া উৎসৱ এটা উপেক্ষা কৰি, আপুনি যদি আমাৰ ঘৰলৈ নাহে তেনেহলে সকলোৰে মনত সন্দেহ আৰু দুখকৈ শিপাবলৈ সুবিধা পাব । মোৰ দহোবুৰি শপত, আপুনি মোৰ অৱস্থালৈ পুতৌ কৰি হলেও এবেলি আহি যায় যেন । * * *

তাৰ পিছদিনাখন বাহিপৰা । প্ৰায় চাৰে সাত বজাত শিলঙৰ পৰা গুৱাহাটীমুৱা শেষ বাছ । মই তাৰ প্ৰায় দুঘন্টামান আগতে বিচনাৰপৰা নামি অন্যমনস্ক মোৰ কোঠালীৰ ভিতৰতে টহলি আছোঁ । মোৰ সতবাসী ... ৰ অধ্যক্ষ প্ৰোঢ় "বাড়ুয্যে-মছায়" তেতিয়াও টোপনিত একেবাৰে লালকাল । মোৰ বিচ-নাৰ ওপৰত আৰু খোলা ছুটকেছটোত এবাৰ ভৰোৱা লাগবাজ লোহাৰা বস্তু এনেই খেলিমেলিকৈ পৰি আছে । মোৰ মনৰ ভিতৰত তেতিয়াও যোৱা-নো যাবাৰ অন্তৰ বিবেকৰ এখন ডাঙৰ মহাসমৰ ।

ঠিক চাৰে ছবজাত নাজানো কেতিয়া চাবি দি থোৱা "বাড়ুয্যে মছায়"ৰ এলাৰ্ম্ ঘড়ীটো এটা বিকট ঝন্ঝননি তুলি বাজি উঠিল । আৰু সেই ঝন্ঝনিৰ উল্লাসতে যেন মই মোৰ অস্থিৰ মনটো অলপ সামৰি লৈ, পোনছাটেই মোৰ কাষৰ

কোঠালৈত থকা হিৰেন বাবুৰ কাষ পালোগৈ। বয়সত প্ৰবীণ, আৰু অভিজ্ঞতাত সুপক্ক, একে অফিচতে কাম কৰা কিছু সহানুভূতিশীল হিৰেণ বাবুক তেতিয়াই কথাষাৰ কলো–"হিৰেণবাবু! বৰ ডাঙৰ এৰাব নোৱাৰা এটা কামত মই এতিয়াই গুৱাহাটীলৈ যাবলৈ ওলাইছো। ৰাতিপুৱাৰ এই চাৰ্ভিছতে। কিন্তু আপুনি জানে, মোৰ "ষ্টেশ্যন" এৰিবলৈ অনুমতি নাই। যদি "বৰবাবুৱে" বিচাৰ কৰে, কোনো প্ৰকাৰে ফাকি-ফুকা দি মোক সকৰাবলৈ চেষ্টা কৰে যেন। অগত্যা নোৱাৰিলে, সিদিনাৰ কাৰণে চেৰাপুঞ্জী বা ডাউকী ক'ৰবালৈ "পিকনিক" খাবলৈ যোৱা বুলি কৈ, মোলৈ যেন লৰালৰিকৈ এখন উৰা টেলিগ্ৰাম কৰে। মই তাৰ পিছদিনাই তুপৰীয়া আহি হাজিৰ হ'ম। এই উপকাৰৰ কাৰণে চিৰদিন আপোনাৰ ওচৰত মই কৃতজ্ঞ থাকিম।

মোৰ সঙ্কল্পৰ দৃঢ়তা আৰু ভাষাৰ উত্তপ্ততা দেখি হিৰেণ বাবুৱে বৰ ভয় খোৱাৰ দৰে ততাতৈয়াকৈ বিচনাৰ ওপৰত উঠি বহিল। আৰু বহুপৰে কিবা এটা তুৰ্বাৰি পোৱাৰ দৰে গভীৰভাৱে চিন্তা কৰি, মোৰ কঁপা হাতৰপৰা ঠিকনা লিখি কাগজ ডুখৰি সাৱটি লৈ, যাবলৈ কোৱা-নোকোৱাৰ মাজতে, [illegible] সন্দিগ্ধভাৱে মোক বিদায় দিলে।

তাৰ দহ মিনিট পিছত কোম্পানীৰ বাছ এখনত টিকেট কাটি উঠি, কোণ এটাত কুচি-মুচি বহি লৈ, মই বাস্তৱৰ যেন সকলো অনুভূতিকেই একেবাৰে পাহৰি পেলালো। মোৰ বিষাদসিক্ত চকুৰ আগত অকল ভাহি ফুৰিবলৈ ধৰিলে, উপমাহঁতৰ ঘৰত কটোৱা মোৰ অতীতৰ চাৰি বছৰ। সি অৱশ্যে মোৰ কাৰণে কেৱল চাৰিটি বছৰেই নাছিল এটা অপূৰ্ব উত্তেজনাৰ মাজেৰে পাৰ হৈ যোৱা সুদীৰ্ঘ চাৰিটি যেন যুগ আছিল। কত শত সৰু সৰু ঘটনাৰ মাধুৰীয়ে তাক আজি আৰু কিমান বেছি বিষাদ-মধুৰ কৰি তুলিছে!

প্ৰথমতে কলেজলৈ পঢ়িবলৈ আহি যেতিয়া মই উপমাহঁতৰ ঘৰত আশ্ৰয় লওঁ, তেতিয়া মই ঘৰৰ সকলোৰে কাৰণে অপৰিচিতৰ দেওনাখনৰ সম্পূৰ্ণ সিপাৰে। উপমা, অনিমা, চন্দন আৰু জোনৰ লগত মাথোন অতি প্ৰয়োজনীয় আৰু সাধাৰণ দুই-চাৰিটি কথা হয়। সিহঁতেও লাজ, কৌতুক আৰু পৰিচয়ৰ লিপ্সাৰে মোৰ কাৰে কাৰে অথচ বহু দূৰে দূৰে যেন ফুৰে।ময়ো যেন অপৰিচিতৰ সকলো লাজ-শঙ্কা কাতি কৰি থৈ, সিহঁতৰ লগত নতুন পাৰিপাৰ্শ্বিকতাত নিজকে খাপ খুৱাবলৈ বৰ ডাঙৰ এটি পুৰুষাৰ্থ কৰো।

কিন্তু তাৰ ভিতৰতে হঠাতে এদিন মই অকণো গম নোপোৱাকৈ উপমা আহি মোৰ পিচেই কাষত থিয় হয়। কাৰণ, উপমাইহঁতৰ ঘৰ বুললেই তাৰ ভিতৰৰ প্ৰাণৰ আচল সজাৰ কেন্দ্ৰটো হৈছে উ মাই। মোমাইদেউ, দেশসেৱী কংগ্ৰেছকৰ্ম্মী। আজি অ'ত বক্তৃতা, কালি ত'ত বানপানী চৈয়ে ব্যস্ত। মামাদেউ আজীৱনে প্ৰসূতাৰ ৰোগী। তেওঁৰ জীৱনৰ ডাঙৰ সম্বন্ধ হৈছে নিজৰ বিচনাখন আৰু কবিৰাজৰ দৰবৰ বাটুলৈকেইটা। গতিকে, আজি চাকৰক বজাৰৰ কাৰণে পইচা কিমান দিয়া হ'ব, ধোবাক এইবাৰ আটাইবোৰ কাপোৰ দি গ'ল নে নাই, দোকানৰ এই মাহৰ বিলবোৰৰ ভিতৰত কোনখন বিল শোধাব লাগিব তাৰ সকলো চিন্তাৰ ভাৰ উপমাৰ ওপৰত। সেই কাৰণেই স্বাভাৱিকতে ককাইদেউক এইটো নে চাদৰ দিব লাগিব নে সেইটো, ককাইদেউৰ কোঠালীত এইখন টেবিল দিব লাগিব নে সেইখন, ককাইদেউৰ টেবিলত এইখন টেবিলক্লথ দিব লাগিব নে সেইখন, তাৰো সকলো ভাৰ উপমাৰে গাত পৰিলহি।

ৰাতিপুৱা টোপনিৰপৰা সাৰ নোপাওঁতেই শুনো, মোৰ কোঠালীত উপমাৰ গুদা ভৰিৰ শব্দ আৰু মুগাৰ মেখেলাৰ মৃদু খহমহনি

—ককাইদেউ!........অ' মই ভাবিছিলো, আপুনি সাৰ পাইছে হবলা। আপুনি এতিয়াৰে দাঁত মাজে, নে টুথপেষ্টেৰে?

মুখ ধুই উঠো মুঠোতেই উপমাই আহি মোৰ টেবিলত চাহৰ কাপ থৈ যায় আৰু অপৰাধ কৰাৰ দৰে কয়—"আজি উঠোতে মোৰ বৰ পলম হ'ল নহয়, ককাইদেউ? সেয়ে চাহৰ লগত দিবলৈ নতুন একো কৰিবলৈ নহ'ল। এই দুখন বৰাফ আৰু কেক্, কালি স্কুলৰপৰা আহি আৰেলি কৰা। বাহী বস্তু দিয়াৰ কাৰণে আপুনি চাগে পেটে পেটে কি ভাবে?"

চাবে নটা নৌবাজোতেই উপমাবহে মোতকৈ বেছি লবাচপবা লাগি পবে। সেহেম হাতব কাবণে "বাপুটি"ক ধমক দি, মোক ভাতব পাতত বহুবাই লৈ কয়—"বব ককাইদেউ, মই লবালবিকৈ দুখন পাপব আপোনাক ভাজি দিওঁ। "বাপুটি"য়ে চাগৈ খবকাচুটি হেকবাই বিখনহে বান্ধিছে, তাবে আপুনি চাবে চাবিটা বজালৈ থাকিব কেনকৈ? অ,' মোব মনটো। পবহিয়ে সেই গিলাচটোত অকণ গাখীব থৈ দিছিলো। আজিলৈ চাগৈ দৈ বান্ধিছে। আপুনি দৈব লগত নিমখ খাই ভাল পায়, নে চেনি?

স্কুলবপবা আহিয়েই, কিতাপখিনি দলিয়াই থৈ, উপমাই আগেয়ে মোব নিজব কোঠালৈ পায়গৈ।........ককাইদেউ! "বাপুটিয়ে" আপোনাক জলপান খাবলৈ দিলে নে নাই দিয়া? আজি যে তাক নাবিকলব মোহনভোগ কবিবলৈ মই শিকাই থৈ গৈছিলো, সি জানো কেনেকুবাটো কবিলে....বাক ব'ব। কাইলৈ শনিবাব। মই আপোনাক একেবাবে নতুন বস্তু এটা কবি খুবাম।...."চাইনিজ গ্রাছ"— নহয়...."খিমাই" খাইছে নে নাই খোবা ককাইদেউ? মই আমাব ক্লাছব ছফিনাবপবা 'খিমাই' তৈয়াব কবিবলৈ শিকিছিলো।

সেইদবে বাতি শুবলৈ যাওঁতে উপমাবহে কথা শেষত আহি মোব কাণত পবে।.... ..শুবলৈ যাওঁ দেই ককাইদেউ! বেছিকৈ নপঢ়িব। এই টিপয়ত, আপোনাব কাবণে এই গ্লাচ পানী ব'ল। মুবশিতানব সেই খিড়িকীখন শোৱাব আগত বন্ধ কবি দেই? তলব বোল্টটো অলপ বেয়া। এই চ'ক, এনেকৈ হেঁচি জপালেহে খিড়িকীখন বন্ধ হয়।....ইছ, সো স্কাই-উইণ্ডোখন। মই কালিয়েই কৈছিলো "বাপুটি"ক খুলি দিবলৈ। আজিলৈকে খুলি দিয়া নাই।

মই তন্ময় হৈ চাই ৰওঁ। ভাবো ই মৰম, নে মায়া, নে নাৰীত্বৰ স্বাভাৱিক বিকাশ? কিন্তু চাওঁতে, চাওঁতে, মোৰ অলক্ষিতেই উপমা আহি আৰু মোৰ বেছি ওচৰত থিয় হয় আৰু কয়—"ককাই-দেউ! আপুনি সাজ-পাৰত ইমান অমনযোগী আৰু অপৰিপাটি কেলৈ? আপোনাৰ লগৰ দেখো কলেজৰ লৰাবোৰে বেছ ধুনপেচ মাৰে। বৰ, আপুনি অকণো হকাবধা নকৰিব, আপোনাৰ মূৰটো ফণিয়াই দিওঁ।....সদায় এই লেখিয়াকৈ সেওঁতাটো এইখিনিৰেই ফালিব দেই?....মই বৰ ভাল দেখো।"

....কোনেও শুঠোতে, পূৰে ধলফাট নৌদিওঁতেই, উপমাই আহি মোক টোপনিৰপৰা জগায় আৰু কয়—"ককাইদেউ, শুঠে নে? কালি ৰাতি যে আপুনি মোক সোনকালে জগাই দিবলৈ কৈছিল, পাহৰিলে জানো? বলক, নৈপাৰত আমি দুয়ো অকণ ফুৰি আহোঁগৈ; লগতে বকুল ফুলো মই বুটলি আনিম। অনিমা আৰু চন্দনে বিচ-নাৰপৰা উঠি আমাক বিচাৰি নাপালে কেনে আচৰিত হব?

নিয়ৰত তিতা ঘাঁহনিত দুয়ো খোজ কাঢ়ি কাঢ়ি ভবি মিলাই যাওঁ। উপমাই সৰু সৰু বগা ভৰিৰ আঙুলি কেইটিৰে বননিৰ নিয়ৰৰ টোপালবোৰ বেছিকৈ সিচি যায়। দুয়ো একেলগে কোঁচ ভৰাই

অবিয়া-অবি কবি বকুল ফুল যোটলো আৰু তাৰ পিছত নৈৰ পানী-খুৱলিত ছুটা শিলত মোৰ পাতি বহোগৈ।

অলক্ষিতে উপমাৰ ভিজা বকুল ফুল তুলি তুলি শেঁতা পৰা আঙুলি কেইটি উম বিচাৰি মোৰ হাতৰ মুঠিৰ ভিতৰত আহি লুকায়। বহপৰৰ নিচেও তন্ময় হৈ কিবা ভাবি, উপমাই মোক অব কৰিবলৈ বিচাৰি, মোৰ চকুলৈ চাই, হাঁহি সোধে—"আপুনি ইমান তন্ময় হৈ ভাবিছে কি ননী ককাইদেউ?" মই নিজকে সকবাবলৈ এনেয়ে অলপ হাঁহি লৈ কওঁ—"ভাবিছো, এই দুইতৰ ভৰা বুকুৰ ইমানখিনি পানী নিতে বৰ'পৰা আহে আৰু যায় বা কলৈ?"

* * * তাৰ পিচত সেই একে নৈৰ বালিতে এদিন ফুৰোতে ফুৰোতে হঠাতে উপমাই কৈ উঠে—"ককাইদেউ, আপুনি শুনিছে নে নাই? আমাৰ ক্লাছৰ ছফিনাৰ বিয়া হৈ গ'ল নহয়। কাৰ লগত জানে নে? তাইৰ নিজৰ এজন সম্বন্ধীয়া ককায়েকৰ লগতে।"

অনিমাই বৰ উচপিচাই উঠি কৈ পেলায়—"ইছ্, কি লাজৰ কথা দেও!

উপমাই ততালিকে প্ৰতিবাদ কৰি উত্তৰ দিয়ে—"লাজৰ কথা হব কেলৈ? যি সমাজত যি দস্তৰ, তাত আৰু কিহৰ লাজ আছে? মই ছফিনাক নিজেই সুধিছিলো নহয়, তাই নিজে সমুলি বেয়া পোৱা নাই বুলি কৈছে। আগৰপৰা জনা-শুনা, দেখা মানুহ, তাই মনতে কিমান বংহে পাইছে চাগৈ।"

মোৰ সমৰ্থনৰ অভাৱত, কথাটো তাতে বৰ বেয়াকৈ বাধা পাই অন্ত হৈ থাকে। উপমাই লাজতে মোৰ চকুলৈ আৰু চকু তুলি চাব নোৱাৰি ভৰিৰে নৈৰ বালি সিঁচিবলৈ ধৰে।

* * * * আৰু এদিন ৰাতি। দহোটা বজাৰো পিচত টেবিলৰ ওপৰত কিতাপ এখনি মেলি লৈ, পঢ়া-নপঢ়াৰ মাজতে, মই মোৰ কোঠালীৰ ঠিক খিড়িকীখনৰ সমুখতে থকা শেৱালি জোপাৰ-পৰা নিয়ৰত ফুল টুপটুপাই পৰা শুনি আছো।

অজানিতে কেতিয়াবা ভবিৰ উমান নিদিয়াকৈ, ছাঁৰ দৰে আহি উপমাই মোৰ সমুখত থিয় হয়। মই কপালৰ উত্তপ্ত, সংযম হেৰোৱা অলকখিনিলৈ আৰু গাৰ অমনোযোগী উদাস সাজ-পাৰখিনিলৈ এবেলি চাই সোধো—"উপমা, তুমি এতিয়াও ইমান ৰাতিলৈ শুবলৈ যোৱা নাই কেলৈ ?"

উপমাই খিড়িকীখনৰ ওচৰলৈ গৈ. তাৰাৰ ৰাতিৰ ফালে চাই, মোৰ পিনে পাছ দি থিয় হয় আৰু কয়—"যোৱা নাই। বিচনাতে শুই শুই এনেয়ে আপোনাৰ কবিতাৰ বহীখনৰপৰা কবিতা কেইটামান পঢ়ি আছিলো।"

উপমায় তেনেকৈয়ে মোৰ পিনে পিঠি দি বয় মৰ্মৰ মূৰ্ত্তিৰ দৰে. খিড়িকীৰ চৌকাঠত হেলান দি বাহিৰলৈ চাই বয়। উপমাৰ উৰি ফুৰা মূৰৰ চুলি আৰু অসলগ্ন গাৰ কাপোৰ লৰাই শেৱালীৰ উগ্ৰ গোন্ধ লৈ এছাটি বতাহ আহি মোৰ গোটেই কোঠালীটোকে ওপচাই পেলায়।

শুচি যোৱাৰ আগতে, উপমাই বাহিৰলৈ এবেলি গৈ আঁজলি ভৰাই একাঁজলি শেৱালি ফুল আনি ইাহি ইাহি মোৰ গাৰ আৰু বিচনাৰ চৌপাশে ছটিয়াই দি থৈ যাবলৈ বিচাৰে। মই একো নুবুজি, উপমাৰ হাতত ধৰি, আচৰিত হৈ এবেলি সুধি পেলাওঁ—"উপমা তুমি এইবোৰ কৰিছা কি ? মই একো বুজা নাই।"

উপমাই মিচিকিয়াই, ক্ষীণ শেঁতা হাঁহি এটা মাৰি মোৰ হাতৰ বান্ধোনৰপৰা একৰাই যাবলৈ মৃদু চেষ্টা কৰি কয়—"একো নহয়—অকল আবেগ। আবেগতে এনেয়ে দুটা শেৱালি ফুল আনি আপোনাৰ বিছনাত ছটিয়াই দি থৈ গৈছো। কোনে জানে, হয়তো বা এই ফুলৰ মাজত শুই শুই টোপনিতে আপুনি ফুলৰেই সপোন দেখিব। আৰু কিজানিবা সেই সপোনৰ মাজত ময়ো একেবাৰে আহি আপোনাৰ কাষ চাপিব পাৰো।"

কুলীৰ মূৰৰপৰা ছুটকেছটো নমাই মই যেতিয়া উপমাইতৰ ঘৰৰ পিৰালিত উঠিলোঁ, ভৰ দুপৰীয়াৰ ৰ'দে চাৰিউপিনে যেন জুইৰ আঙঠাহে ধৰফিব ধৰিছে। নিজম্লাল ঘৰটোৰ দুৱাৰমুখতে কাকো নেদেখি, অতৰ্কিতে মোৰ মনটো বেছিকৈ দমি যোৱা যেন পালো। কিছুপৰ বাহিৰৰ বাৰাণ্ডাতে থিয় দি, কপালৰপৰা বাটৰ ধূলি-মাকটি লাগি অহা ক'লা ঘামদুকোটামান মচি, মই মনৰ ভিতৰতেই ঘৰৰ ভিতৰৰ অৱস্থাৰ বিষয়ে এটা কাল্পনিক বিৱৰণ সাজি উলিয়ালো। মোৰ কল্পনাত ভলাল, মোমাইদেউ নিশ্চয় ঘৰত কেতিয়াও নাই। মামীদেউ তেওঁৰ চিৰ অভ্যস্ত, অতি প্ৰিয়, দিবা ভজনৰ পিছত নিদ্ৰাত অভিভূত। অনিমা, চন্দন আৰু জোন ভনৰ কোনোবা

ঘৰত, আজি পূজাৰ দিনত কিবা বং-ধেমালিত ব্যস্ত। আৰু উপমা? উপমাই হয়টো ড্ৰেছিং টেবিলত কিবা এখন লৈ, নতুবা পঢ়াৰ টেবিলত কিবা পঢ়াত মনোযোগ দি বহি আছে। অৱশ্যে, বিয়াৰ আগতে উপমাই নিশ্চয় এইদৰে থাকিলেহেঁতেন। কিন্তু এতিয়া বিয়াৰ পিছত, কোনে জানে উপমাৰ মনৰ কিমান ডাঙৰ এটা পৰিবৰ্তন হৈছে?

যাওঁ নাযাওঁকৈ অনিশ্চিত গতিত, এখোজ দুখোজকৈ ভৰি পেলাই, মই ইটো কোঠালী সিটো কোঠালী বগাই, একেবাৰে মাজৰ ডাঙৰ শোৱনি কুঠৰীটো ওলালোগৈ। মই বেছিকৈ আন একো সঁহাৰি দিবলৈ নৌপাওঁতেই, মোৰ অকল জোতাৰ খোজৰ শব্দতে, উপমাই সন্ত্রস্ত হৈ চকু মেলি উঠি, একেবাৰে বিস্ময় আৰু আনন্দত মোক চাহি আগচি ধৰি কলে—"বিশ্বাস কৰক ননী ককাইদেউ! মই এই মাত্ৰ শুই শুই টোপনিত আপোনাৰ সপোনকে দেখি আছিলো। জানেনে মই দেখিছিলো কি?—আপুনি আৰু মই কোনোবা এখন পাহাৰৰ ওপৰত উঠি ফুৰিবলৈ গৈছো। সেই পাহাৰৰ মাজতে যেন বৰ ডাঙৰ এটি কুকং; আৰু সেই কুকংতে যেন আপুনি গৈ গৈ একেবাৰে নেদেখা হৈ নামি হেৰাই গ'ল। তাৰ পিছত মই যেন আপোনাক চাৰিওপিনে চিঞৰি চিঞৰি বিচাৰি ফুৰিছো।

ওচৰতে শুই থকা স্বামীদেউৰ অৱশ শৰীৰটোলৈ দৃষ্টি আকৰ্ষণ কৰি, মই উপমাৰ আবেগ ভাৰখিনি চেঁচা কৰি দি, অলপ থাঁত-ৰলৈ ধৰি নি, বৰ সংযত কণ্ঠেৰে কলো—"উপমা, তুমি সঁচাকৈ দেখিলেও, সেই সপোনৰ কথা সকলোকে কলাই কৰলৈ এতিয়া

আৰু তোমাৰ অধিকাৰ নাই। তুমি বৰ্ত্তমানে মিছ উপমা চৌধুৰী হৈ থকা নাই। এতিয়া তুমি যোৱা অনাই মিছেছ দত্তবৰুৱা। সপোনত নালাগে, দিঠকতো যদি মই তোমাৰ কাষৰ-পৰা এতিয়া হেৰাই যাওঁ, তথাপি তুমি মোক বিচাৰি চিঞৰি ফুৰিব নোৱাৰা।"

উপমাই মৰ্ম্মস্থলত বৰ নিকৰুণ আঘাত পোৱাৰ দৰে অভিমানত বৈ বৈ, মোৰ হাতত বৰ অসহায়ৰ দৰে ধৰি ডিঙিৰ ভিক্ষা মাতেৰে কলে—"মোক সোঁৱৰাই নিদিলেও, ননী ককাইদেউ, মই বুজো; বিয়া কৰাই জীৱনত মই কি নতুন অধিকাৰ পাইছো আৰু কি পুৰণি অধিকাৰ হেৰুৱাইছো! মোৰ সৌভাগ্য নে দুৰ্ভাগ্য কব নোৱাৰো, আজি পৰিমিত বিবাহিত জীৱনটো মই প্ৰকৃত জীৱন হিচাপে লব পৰা নাই। সি মোৰ কাৰণে এতিয়াও অভিনয়ে হৈ আছে। কিন্তু হাজাৰ সুনিপুণ অভিনেতা হলেও অভিনয় কৰি কৰি অভিনয়ৰ অস্বাভাৱিকতাত সি এদিন অতিষ্ঠ হৈ উঠে। সেই কাৰণেই মই ইমান উদ্বাউল হই আত্মপ্ৰকাশৰ সুযোগ বিচাৰি ঘৰলৈ উধাতু খাই লৰি আহিছো। আৰু আপোনাক ইমান কিৰা-শপত দি ইয়ালৈ মতাই অনাইছো। জীৱনত যি অভিনয় তাক অভিনয় হৈয়ে থাকিবলৈ দিয়ক, ননী ককাইদেউ। জীৱনত যি অভিনয় নহয় তাক প্ৰকৃত জীৱনৰ মূল্যৰে বুজিবলৈ শিকক।"

• • • তাৰ দুমিনিটমান পিছতেই ঘৰৰ পাৰিপাৰ্শ্বিকতাৰ এটা সম্পূৰ্ণ নতুন সলনি হৈ যায়। ক'ৰবাৰপৰা কেনেবাকৈ খবৰ পাই অনিমা, চন্দন আৰু জোন উত্ৰাৱল হৈ মোৰ ওচৰলৈ উধাতু খাই লৰি আহে। স্বামীদেৱে তেওঁৰ আজি গাঢ় সুখনিদ্ৰা এৰি উঠি বহে।

আৰু "বাপুটি"য়ে ৰান্ধনি ঘৰৰ দুৱাৰত খিল দি দিবাভ্ৰমণলৈ ওলাই যোৱাৰ কাৰণে উপমাই গৈ সেই খিল খুলিবলগীয়া হয়।

* * * আৰু ডেৰ ঘন্টামান পিছত। গা-পা ধুই উঠি মই ৰান্ধনি-ঘৰত পাঁৱা এখনত বহি, উপমাই তেতিয়াই লৰালৰিকৈ ৰান্ধি দিয়া, তপত ভাত দুটামান আগত লৈছো আৰু উপমাই মোৰ কাষতে মূঢ়া এটাত বহি, মোৰ পাতত ইতো সিটো খোৱাৰ দিহা—উপকৰণ যোগাই আছে।

বহুপৰ নিৰৱে আহাৰ কৰি, মই এবেলি অন্তৰৰ আবেগ বোধি ৰাখিব নোৱাৰি কৈ পেলালো—"মনতেই ভাবিছিলো, উপমা, তোমাৰ হাতৰ এই পৰিচৰ্য্যাৰ সোৱাদ আৰু জীৱনত কেতিয়াও লবলৈ নাহিম। যি পাইছো তাৰেই স্মৃতিকে লৈ আজীৱনেই বং মনেৰে গুচি যাম।

উপমাই অন্তৰত বৰ আঘাত লগা এটি দীঘল হুমুনিয়াহ পেলাই বৰ করুণ সুৰত কলে— "যদি তাকে কৰে, মোৰ প্ৰতি বৰ ডাঙৰ অন্যায় কৰিব নলো ককাইদেউ! মই বিচাৰো ক:পুকৰ কাৰণে হলেও আপুনি সদায় এইদৰে আচম্বিতে আহি মোক মাজে মাজে পৰিচৰ্য্যাৰ সুযোগ দি যায় যেন। কাৰণ, আপুনিতো জানেই মোৰ জীৱনৰ একমাত্ৰ হেপাহ আছিল, আজীৱনেই আপোনাক এইদৰে সেৱা কৰাৰ।"

ৰান্ধনি-ঘৰৰ জুইৰ তাপত বঙচুৱা পৰা উপমাৰ মুখৰ লাৱনিত, নাকৰ আৰু ওঁঠৰ কাষৰ ঘামৰ মুকুতাবোৰত, তিতা কপালত ইপিনে সিপিনে সিঁচৰিত হৈ পৰা অসংযত চুলিখিনিত, মই যেন সিদিনা জীৱনত প্ৰথম বাৰলৈ এটা অতি মধুৰ করুণ আৰু আপক

সৌন্দৰ্য্য দেখিবলৈ পালো। বেছি পৰ একেবাৰে সেই সৌন্দৰ্য্য চাই সহি থাকিব নোৱাৰি মই নিজকে সংযত কৰি লৈ কলো—"উপমা, জীৱনটো আমাৰ বহুতৰে এটি অনিশ্চিত জুৱাখেলৰ দৰে হয়গৈ। আমি সমাজৰ সকলোৰে সুখৰ কাৰণে, ব্যক্তিগত সুখ জলাঞ্জলি দি, ফলাফলৰ কাৰণে ভাগ্যৰ ওচৰত হাত পাতো। অদৃশ্যৰ ধুৰলি-কুৰলী খেঁৱাৰ মাজত জীৱনৰ সুখৰ লগৰী এদিন আমি হেৰাৰ ভৱিৰপৰা হাতেৰে খেপিয়াই নিয়াৰ বাহিৰে আমাৰ আক গত্যন্তৰ একোৱেই নাথাকে। এনেকৈ চাবলৈ গলে, অজিতক লৈ তুমি জীৱনত সুখী হোৱা উচিত আছিল। তুমি উচ্চ শিক্ষিতা, অ.জত বিলাত ফিৰং; ধনীৰ ঘৰৰ ল'ৰা। দিগবৈত আঢৈশ টকীয়া কাম কৰে। বাবুচী, খানচামা, আয়া হয়তো তোমাৰ সংসাৰত কিমান আছে তাৰ লেখ-জোখ নাই।"

উপমাই কিছুপৰ গহীন হৈ ভাবি, আগতকৈও মাতটো আক বেছি করুণকৈ লৈ কলে—"অন্তৰৰ সুখটো ইমানেই আচ-ৰিত বস্তু, নলী ককাইদেউ, যে তাক বাহিৰৰ উপকৰণৰ মাত্ৰাৰে কোনো প্ৰকাৰেই জুখিব নোৱাৰি। সকলোতকৈ আচৰিত হৈছে আমাৰ তিৰোতাৰ মনটো। কিন্তু কি ভাঙৰ অদ্ভুত পৰিহাস যে, সমাজে সদায় আমাৰ মনটো পানীৰ প্ৰকৃতিৰ দৰে যি পাত্ৰতে থোৱা যায় সেই পাত্ৰতে গঢ় লোৱা বিধৰ বুলি ধৰি লৈছে। আমাৰ যে মনৰ স্বতন্ত্ৰ কিবা ৰুচি থাকিব পাৰে, দাবী থাকিব পাৰে, সেই কথাৰ ভুলতো সমাজে কেতিয়াও সন্দেহ লোৱা নাই।"

* * * তাৰ পিছত, উপমাৰ সূক্ষ্ম হৃদয়তন্ত্ৰীত আঘাত দিয়াৰ ভয়ত মোৰ আক কোনো কথাই উত্থাপন কৰিবলৈ সাহ নহ'ল।

মাখোন ভাতৰ পাতৰপৰা উঠি আহোতে, উপমাৰ মুখৰ পিনে নাচাই, এনেয়ে গভীৰ নৈৰাশ্যৰ সুৰত কলো—"সমাজৰো ভুল হয় কাৰণেই সমাজে এদিন নিজ হাতেৰেই গঢ়া শিলৰ দুৰ্ভেদ্য প্ৰাচীৰ আন এদিন আকৌ নিজ হাতেৰেই ভাঙি পেলায়। কিন্তু, সমাজৰ ভুল হলেও, আমি সদায় সামাজিক মঙ্গলৰ কাৰণে নিজৰ ব্যক্তি-গত স্বাৰ্থৰ আত্মাহুতি দিবই লাগিব। ব্যক্তিৰ আত্মাবোৰে লৈহে বিৰাট সমাজৰ সুখ গঢ়ি উঠে।"

উপমাই মোৰ লগে লগে উঠি, দুৱাৰৰ চৌকাঠত ধৰি, সজল নয়নে মোৰ পিনে চাই ৰ'ল। উপমাৰ চকুৰ পিৰঠিৰ তলত উপচি পৰা সেই বেদনাৰ কোতক চাই চাই মই বাৰান্দা ঘৰৰপৰা লাহে লাহে ওলাই আহিলো।

হিৰেন বাবুৰপৰা আহিবলগীয়া টেলিগ্ৰামখনৰ শঙ্কা চকুৰ আগত জাহি থাকিলেও, মই কোনো উমান নোপোৱাকৈয়ে উপমাহঁতৰ ঘৰত মোৰ চাৰিটা দিন কাটি গ'ল। এই চাৰিওটা দিনৰ আনকি এটা মুহূৰ্তও মই উপমাৰ বাহিৰে আৰু অইন কাৰো কাৰণে খৰচ কৰিব পৰা নাই। ৰাতিপুৱাতে উঠি উপমাক লগত লৈ একেলগে নৈৰ পাৰত ফুৰিছো; দুপৰীয়া একেলগে বহি উপমাৰ লগত ভাত খাইছো; আবেলি একেলগে উপমাক লগত লৈ এখন

এখনকৈ প্ৰতিমা চাই ফুৰিছো ; আৰু বহু বাতিলৈ শুবলৈ নগৈ উপমাৰ লগত এেকেলগে বহি, মোৰ বিচনাত কথা পাতিছো। প্ৰথমে প্ৰথমে অনিমা, চন্দন আৰু জোনে মোৰ এই উপমাৰ প্ৰতিপক্ষপাতিতা দেখি বিদ্ৰোহ কৰিবলৈ বিচাৰিছিল, কিন্তু চেষ্টা নিৰাশ হৈ শেহত সেই বিৰোধিতা এৰি দিলে।

ইবেলি আহি উপমাৰ মনৰ বিশেষকৈ এটা ডাঙৰ পৰিবৰ্তনৰ কথা মই বৰকৈ লক্ষ্য কৰিছো! উপমা কোনো দিনেই জীৱনত ইমান শঙ্কাহীন স্পষ্টবাদী নাছিল। বিয়াৰ পিছত সকলো ছোৱালীৰেই স্বাভাৱিকতে অলপ প্ৰগলভতা আৰু আত্মপ্ৰকাশৰ ক্ষমতা বাঢ়ে। কিন্তু ইয়াৰ আগেয়ে বৰ্ত্তমানৰ উপমাৰ দৰে কোনো ছোৱালীকেই ইমান নিৰ্ভীক আৰু কুণ্ঠাহীন দেখিছো বুলি মনত নপৰে। এই কেইদিনে উপমাই মোৰ লগত অনৰ্গল কেৱল জীৱনৰ নৈৰাশ্য আৰু অতৃপ্তিৰ কথাকেই পাতিছে। আমাৰ সমাজ আৰু বৈবাহিক প্ৰথাৰ অচল জৰাজীৰ্ণতাৰ বিষয়ে উত্তেজিত হৈ আলোচনা কৰিছে। অশান্তিৰ দীৰ্ঘ জীৱন আৰু শান্তিৰ ক্ষণিক সুখ-মৃত্যুৰ লাভালাভ বিচাৰি চাইছে আৰু আত্মঘাতিনী হোৱা বৈধ নে অবৈধ সেই লৈ তুমুল তৰ্কৰ অৱতাৰণা কৰিছে। সেইবোৰ দেখি-শুনি মই এতিয়া ক্ৰমান্বয়ে ভাবিবলৈ আৰম্ভ কৰিছো, কিজানি বা এই মানসিক অৱস্থাত উপমাৰ ইমান সান্নিধ্যত থাকি মই অমঙ্গলকে কৰিছো।

* * * * * * সিদিনা নৱমী পূজাৰ ৰাতি। ঘৰৰ ঠাকুৰ-চাকৰবতো কথাই নাই, আন কি কথা মামীদেউ পৰ্য্যন্ত সঁাঝতেই খোৱা-বোৱা শেষ কৰি ল'ৰা-ছোৱালী কেইটি লৈ পূজাৰ থিয়েটাৰলৈ ওলাই গৈছে।

ঘৰত প্ৰাণী বুলিবলৈ অকল মই আৰু উপমা।

সেই দুপৰীয়াৰেপৰা উপমাই যি কল্পিত বা প্ৰকৃত শৰীৰ অসুখৰ ভাও ধৰি, থিয়েটাৰলৈ নাযাও বুলি জিদ্ ধৰি আছিল, হাজাৰ সাধ্য-সাধনা কৰিও সেই জিদ্ কোনোমতেই ভাঙিব নোৱাৰিলে। গতিকে বাধ্য হৈ মই অকল উপমাৰ কাৰণেই ঘৰৰ ভিতৰত বন্দী হৈ থাকিবলগীয়া হলো।

* * * ৰাতি ভালেখিনি পাৰ হৈ গৈছে। তাতে অস্বাভাবিক ৰকমে অলপ জিপজিপাই বৰষুণো দিছে। মামীদেউহঁত ওলাই যোৱাৰ পিছতেই উপমাই যি তাঙ্গৰ বাৰাণ্ডাখনত চোফা এখন উলিয়াই বহিছিল, এতিয়ালৈকে সেই একেদৰেই তন্ময় হৈ বহি আছে। ময়ো উপমাৰ কাষতে চোফাখনৰ এচুকত বহি নিৰবে সেই ৰাতিৰ নিৰৱতাখিনিকেই মনে মনে ভোগ কৰি আছো। আৰু মনতেই ভাবিছো, উপমাৰ অনুভূতি জানোচা আজি বেছি গাঢ় হৈ ভাষা হেৰুৱাই গৈছে। নতুবা উপমাই চিন্তাৰ প্ৰাধান্যত ভাষাৰ প্ৰয়োজনকেই সমূলি অনুভৱ কৰা নাই।

তেনেকৈয়ে তন্ময়ত বহু পৰ বুৰ গৈ থাকি, এবেলি উপমাই সপোনত কোৱাৰ দৰে বৰ ক্ষীণ সুৰত কৈ উঠিল—"ককাইদেউ! মনত পৰে, বহুদিন আগতে মই ফাষ্ট' ইয়েৰত পঢ়োতে এদিন ব্ৰাউনিঙৰ "পৰফিৰিয়াজ লাভাৰ" বোলা কবিতাটো আপুনি মোক

বুজাই দিছিল। অনুগ্ৰহ ক'ৰি আজিও এবাৰ সেই কবিতাটোৰ কথাখিনি মোক কব নে?” মই ইমান পৰে ৰবযুণত ভিজি ভিজি অহা-যোৱা কৰা বাটৰ মানুহবোৰলৈ চাই চাই ভাবি আছিলো. বোধকৰো এনেকুৱা এটি ৰাতিৰ ৰবযুণতে ভিজি বুৰি জুকলি-জুপুৰি হৈ পৰফিৰিয়াই তেওঁৰ প্ৰত্যাখ্যাত প্ৰেমিকৰ ঘৰত ওলাইছিল গৈ।

অন্তৰত বৰ্ণনাৰ কাৰণে মোৰ তেনে কোনো গভীৰ প্ৰেৰণা নাথাকিলেও. এনেয়ে উপমাৰ অনুৰোধত, সেই অমৰ কবিৰ অদ্ভুত মনস্তত্ত্বযুক্ত জটিল কবিতাটো অতি সাধাৰণভাৱে এবাৰ কৈ পেলালো। মই বহু চিন্তা কৰিও ভাবি নাপালো. ইমানবোৰ সহজ সৰল ইংৰাজী. অসমীয়া কবিতা জনা থকা সত্বেও, উপমাই হঠাতে কেলেই সেইদিনা সেই কঠিন আৰু লোমহৰ্ষক কবিতাটোৰ প্ৰতি এনেকৈ আকৃষ্ট হৈ পৰিল।

মই কোনো আবেগ নোহোৱাকৈ কৈ গলো—“ইয়াতোকৈ আৰু বেছি ডাঙৰ দুৰ্য্যোগৰ এদিন ৰাতি। পৰফিৰিয়াই অন্তৰত কিবা এটি দুৰ্বলতা অনুভৱ কৰি হঠাতেই সামাজিক ব্যৱধানৰ সকলো কথা পাহৰি তেওঁৰ ভগ্নহৃদয়ৰ প্ৰেমিকৰ ঘৰত ওলালগৈ। প্ৰেমিকে তেতিয়া অকলশৰে ঢিমিকি ঢিমিকি জ্বলা তেওঁৰ জুহালৰ ওচৰতে বহি হতাশ প্ৰেমৰ নিৰৱ চিন্তাত নিমগ্ন হৈ আছিল। তিতা জুকলি-জুপুৰি গাৰ কাপোৰ-কানি লৈ পৰফিৰিয়া প্ৰেমিকৰ ঘৰৰ ভিতৰত সোমাল। জুইশালৰ কাষলৈ গৈ নিজে জুইকুৰা নতুনকৈ ধৰি দি, তিতা কাপোৰবোৰ এখন এখনকৈ গাৰপৰা সোলোকাই থলে। নিজে উপযাচি প্ৰেমিকৰ গাৰ কাষত বহি প্ৰেম নিবেদন কৰিলে। তিতা চুলিবোৰ, গাত চলি পৰা প্ৰেমিকৰ মুখৰ ওপৰত

মেলি জুইৰ ওচৰত শুকাবলৈ দিলে। মুহূৰ্ত্তৰ মিলনৰ উত্তেজনাত প্ৰেমিক হঠাতেই উদ্‌ভ্ৰান্ত হৈ উঠিল। ভাবিলে এই শুভ মুহূৰ্ত্ত হয়তো আৰু ঘূনাই তেওঁৰ জীৱনত নাহিবও পাৰে। সেয়ে অদ্ভুত এটি যুক্তিৰ বশৱৰ্ত্তী হৈ, তেওঁ পৰফিৰিয়াৰ মেলা চুলিবোৰ পৰফিৰিয়াৰ ডিঙিত মেৰিয়াই লৈ, সেই সুখৰ মুহূৰ্ত্তত পৰফিৰিয়াক হত্যা কৰি পেলালে। * *

বাতি ঘোপ মৰা আন্ধাৰৰ বুকলৈ চাই উপমাই মোৰ মুখৰ কথাবোৰৰ প্ৰত্যেকটোকে যতনেৰে শুনি আৰু যেন বেছি নিশ্চেষ্ট হৈ এটা গভীৰ তন্দ্ৰাত ডুব দিলে। মই আচৰিত হৈ উপমাৰ সেই সমাধি ভাঙি দিবলৈ ভয় কৰি তেনেকৈয়ে আড়ষ্ট হৈ চাই ৰলো।

* * * * অলপ আগতে বিজাৰ্ডৰ ঘড়ীত এঘাৰটা কোবাই যোৱা শুনিছো। তাৰে প্ৰায় আধা ঘণ্টামান আগতে উপমাক অনু-ৰোধ কৰি মই বাবাওঁৰপৰা ভুলি নি নিজৰ কোঠালীত সুমুৱাই থৈ, শুবলৈ বিশেষকৈ কৈ আহি মোৰ নিজৰ বিচনাত শুইছো; কিন্তু মোৰ নিজৰেই তেতিয়ালৈকে টোপনি অহা নাই। অসংযত ভাবৰ খেলি-মেলিতে মনটোৱে মোৰ কেৱল বাৰে বাৰে লেকাম ছিগি উৰাউল হৈ যাবলৈ বিচাৰিছে; মই কোনো প্ৰকাৰে তাৰ সামৰি-সুৰ্তৰি আনিব পৰা নাই। একোৱেলি একেবাৰে হতাশ হৈ টোপনিৰ চেষ্টা এৰি দিওঁ আৰু বহলকৈ চকু দুয়োটি মেলি টিমিকি টিমিকি জ্বলা হেৰিকেনটোৰ পোহৰত ইচ্ছা কৰিয়েই মোৰ মূৰশিতানত থকা চন্দনৰ টেবিলৰ কিতাপবোৰ, তাৰ কাষতে থৈৰত থকা এলজেব্ৰাৰ কৰমূলাৰ লিষ্টখন আৰু মঙ্গাই খাৰি থোৱা জহৰ-

লালৰ আৰু অজিতৰ ডাঙৰ ডাঙৰ ফটো দুখনলৈ চাই নানা কথা ভাবো। কেতিয়াবা আকৌ বাগিদি মনটো উপমাৰ কোঠালী পায়গৈ। মই শোৱা খাটখনৰ প্ৰায় গাত লগালগিকৈ থকা ইক-বাৰ বেৰখনৰ সিপাৰে মোমাইদেউৰ নিজৰ কোঠালীটো; সেইটো বৰ্ত্তমানে উদং। তাৰ সিমুৰৰ বেৰাখন পাৰ হৈ গলেহে উপমাৰ নিজৰ কোঠালীটো পোৱা যায়। কোনে জানে, হয়তো বা সেই কোঠালীতে থকা সুন্দৰ পালেংখনত উপমাই ইমান পৰে লালকাল দি শুই পৰিছে। নাইবা হয়তো মোৰেই দৰে শুব পৰা নাই; অথবা তাতকৈও ডাঙৰ মানসিক বিকাৰত ভুগিব লাগিছে।

* * * * অলপ চিল্ মিল্‌কৈ পাতল টোপনি আহিবলৈ ধৰিছিল হে মাথোন; এনেতে মোৰ দুৱাৰৰ সিপাৰে ভৰিৰ সহাৰি পাই, মই একেবাৰে সন্ত্ৰস্ত হৈ উঠি বহি চিঞৰি সুধিলো "কোন ?"

কিছুপৰ নিৰৱতাৰ পিছত উপমাই বৰ মৃদু সংযতভাৱে কলে— "মই……আপোনাৰ কাৰণে পানীৰ গিলাচ লৈ আহিছো…… দুৱাৰখন মেলক।"

এই ৰাতি ?……উপমা শুবলৈ যোৱা নাই ? মোৰ কাৰণে পানী গিলাচ লৈ আহিছে,……অকাৰণে ?

মোৰ ধৈৰ্য্যচ্যুতি হৈ গ'ল। মই বিচনাৰপৰা নামি প্ৰাণপণে দুৱাৰৰ খিলটোত হেঁচা মাৰি ধৰি বৰ ৰূঢ়ভাৱে কৈ পেলালো— "উপমা তুমি যোৱাগৈ। মোৰ পানী গিলাচৰ কোনো প্ৰয়োজন নাই। এই ৰাতি মই দুৱাৰৰ খিল কোনোমতেই গুচাব নোৱাৰো।"

উপমাই মোৰ এনে উত্তৰত কোনো অস্বাভাৱিকতা নেদেখি সেই একেদৰেই দৃঢ় ভাৱে মোক বাৰে বাৰে অনুৰোধ কৰি কৈ গ'ল— "পানীৰ গিলাচটো মই থৈ যামেই........আপুনি দুৱাৰখন মেলক.... আপুনি দুৱাৰ মেলিবই লাগিব।"

সঁচাসাঁচকৈ মোৰ পক্ষৰপৰা কোনো চেষ্টা নোহোৱাকৈয়ে যেন অকাৰণে আপোনা-আপুনি দুৱাৰমাৰিডাল ছিটিকি গ'ল। উপমাই এটা জয়ৰ আৰু ডাঙৰ গৌৰৱৰ তীব্ৰ আত্ম-প্ৰসাদৰ হাঁহি মাৰি মোৰ সমুখত আহি খোটালীৰ ভিতৰত থিয় হ'ল।

উপমাৰ ভৰিৰপৰা মূৰলৈকে অতি যতেনেৰে পৰিপাটিকৈ পিন্ধা বাছকবনিয়া এটি জৰ্জ্জেটৰ দামী সাজ। মুখখন অতি ধুনীয়াকৈ সাৱধানে প্ৰসাধন কৰা। হাতত পানী গিলাচৰ পৰিবৰ্ত্তে বিহাৰ আঁচলত আঁচল ভৰা একাঁজলি শেৱালি ফুল।

তেতিয়াও ত্ৰস্ত মোৰ মুখখনিলৈ বৰ পুতৌৰ পূৰ্ণদৃষ্টিৰে চাই উপমাই কথাবোৰ যেন এটি এটিকৈ উচ্চাৰণ কৰি অভিনয়ৰ বচন মতাৰ দৰে মাতি গ'ল—"অন্তৰৰ দুৱাৰ যেতিয়া মেল খায় ননী-ককাইদেউ, তেতিয়া আমি মিছাকৈয়ে বাহিৰৰ দুৱাৰ বন্ধ কৰি ৰাখিবলৈ চেষ্টা কৰো। কিন্তু অন্তৰৰ প্ৰকৃত দাবীৰ আগত বাহিৰৰ কৃত্ৰিম দুৱাৰ কেতিয়াও তিষ্ঠিব নোৱাৰে। হাজাৰ শাসনৰ, নিৰ্য্যাতনৰ মাজতো সি এদিন মেল খাবই খাব। কিয়নো আমি সকলো

তেজ-মঙহেৰে গঢ়া মাটিৰ মানুহ। নীতিশাস্ত্ৰৰ পুথিৰ পাতৰ নিষ্কাম নিস্পৃহ, গুণৰ আধাৰ দেৱতাৰ অংশ নহয়। ব্ৰাউনিঙে পৰ-ফিৰিয়াক হত্যা কৰি ভাবিছিল, হয়তো পৰফিৰিয়া যদি পৃথিবীৰপৰা ভূত হৈ গৈছে। কিন্তু সেইটো ব্ৰাউনিঙৰ ভুল। পৃথিবীত আবহমান-কালৰপৰা পৰ্ফিৰিয়া সদায় জী আছিছে আৰু পৃথিবীৰ প্ৰলয়ৰ শেষ দিনলৈকে পৰ্ফিৰিয়া সদায় জী থাকিবই। মই আজি সেই পৰফিৰিয়াৰ ভূমিকা লৈহে আপোনাৰ কোঠালীত এই দোভাগ ৰাতি উপযাচিকা হৈ সোমাইছোঁহি। আপুনি নিৰ্ভয়েৰে মোৰপৰা শুনিব পাৰে যে থিয়েটাৰ ভঙাৰ পিছত, যাইত ঘৰলৈ উভতি নহালৈকে মই এই কোঠালীৰপৰা কেতিয়াও ওলাই নগৈছোঁ। আপুনি ইচ্ছা কৰিলে দুৱাৰত খিল দি, সৌ চন্দনৰ টেবিলৰ ওপৰত যেৰত আঁৰি থোৱা তাৰ ভিনীহিয়েকৰ ছবিখন আঁতৰাই থব পাৰে।”

*　　　　*　　　　*

*　　　　*　　　　*

হিৰেন বাবুৰপৰা আহিবলগীয়া সেই শঙ্কাজনক টেলিগ্ৰামখন নাহিলেও, মই বিজয়াৰ পিচদিনাখনেই আহি যি শিলঙৰ পাহাৰৰ ওপৰত উঠিছো, তাৰ পিচত আৰু ভৈয়ামলৈ এবেলিও নমা নাই। তাৰ পিছত এটি এটিকৈ ক্ৰমান্বয়ে তিনিটি মাহ অতিবাহিত হৈ গৈছে। বৰদিনৰ বন্ধ আহিছে আৰু বৰদিনৰ বন্ধ গৈছে। তথাপি মই আইন কলেজে যোৱাৰ কথা এদিনলৈকে ভবা নাই। যাবোৰ

মনপুতি অফিছৰ কাম কৰিছো। সঁচাকৈয়ে কিবা প্ৰেৰণা থকাৰ দৰে অকল অফিছলৈকেই অহা যোৱা কৰিছো। বাহিৰৰ জীৱনৰ লগত আৰু নতুন সম্বন্ধ একোৱেই পতা নাই। পুৰণি সম্বন্ধবোৰো যেন বৰ নিৰস আৰু স্পন্দনহীন হৈ পৰিছে।

সিদিনা জানুৱাৰী মাহৰ হাড়ে-হিমজুৰে কঁপোৱা শিলঙৰ ভূতৰ জাৰ। চাৰে পাঁচ বজালৈকে অফিছৰ ফাইলৰ ধূলি ঘাটি, কোনো মতে জাৰত ঠেটুৰা লাগি কঁপি কঁপি আহি হোটেলৰ দুৱাৰমুখ পাইছো। মনতেই ওৰে বাটে ভাবি আহিছো, হোটেলত কোনো প্ৰকাৰে মুৰটো সুমুৱাই লৈয়ে চাকৰক চিমনিত বৰ ডাঙৰকৈ জুই একুৰা ধৰিবলৈ দিম। আৰু জুইৰ ওচৰত বহি বহি বৰ কড়াকৈ কফি একাপ খাই হিৰেন বাবুৰ লগত মুৰৰ মগজুৰে জানি যোৱাকৈ উত্তেজনামূলক এক খেল দবা খেলিব লাগিব। আজি কিছু দিনৰপৰা হিৰেন বাবুৰ শিক্ষকতাত মই এই নিৰ্জীৱ, জটিল, স্বাৰ্থহীন খেলটোত সঁচাকৈয়ে এটা সজীৱ মানসিক উন্মাদনা পাবলৈ আৰম্ভ কৰিছো। ৰজা, মন্ত্ৰী, ঘোৰা, নাও, সৈন্যবোৰে মোৰ নামত এতিয়া ৰংচঙীয়া কাঠৰ টুকুৰা হবলৈ এৰি এটা জীৱন্ত ৰূপ লবলৈ ধৰিছে। সিহঁতৰ অহা-যোৱা, বিপদ বন্ধনবোৰেত এতিয়া মই সঁচাকৈয়ে অন্তৰত সুখ-দুখ অনুভৱ কৰিব পৰা হৈছো।

মই আহি পোৱাৰ লগেই লগেই মোৰ কোঠালীৰ চিমনিটোত জুই জ্বলি উঠিল। মই কফি কৰিবলৈ শিকাই লোৱা হোটেলৰ চাকৰৰ লৰাটোৱে কফি একাপ আনি মোৰ হাতত দিলে। হিৰেন বাবুক দবাৰ কথা কওঁতেই অতি আগ্ৰহেৰে তেওঁ অফিছৰপৰা আহি লোৱা লেপৰ উমৰ মাজৰপৰাও উঠি আহি মোৰ বিছনাৰ ওপৰত ঢালখন পাতি বহিল। কিন্তু তাৰ অলপ পিছতেই হঠাতে মোৰ টেবিলৰ ওপৰত সিদিনাৰ ডাকত আহি অপেক্ষা কৰি থকা দুখন চিঠিৰ ঠিকনাৰ আখৰবোৰে মোৰ মনৰ অৱস্থাটো তেনেই ওলটপালট কৰি দি গ'ল। মই থিয়থিয়ৈ কফিৰ কাপটো এহাতে হাতত লৈ, চিমনিৰ জুইৰ ওচৰত আহি, একেলগে দুয়োখন চিঠি পঢ়ি পেলালো।

এখনত মোৰ বৃদ্ধ পক্ষাঘাতগ্ৰস্ত মুমূৰ্ষু পিতাই লিখিছে—

বোপা সুদীৰ্ঘজীৱেষু,

পৰম ঈশ্বৰৰ আশীৰ্ব্বাদ লৈ মই মোৰ মৃত্যুৰ আগেয়ে তোমাৰ প্ৰতি মোৰ শেষ কৰ্ত্তব্যক্ষেণা সোনকালে সমাপ্ত কৰি যাবলৈ একান্ত বাসনা কৰিছো। তোমাৰ বুঢ়ী আয়েৰা আৰু মোৰ সমবেত ইচ্ছা যে, এই মাঘ মাহৰ ১০ তাৰিখেই সেই শুভকাৰ্য্য সিদ্ধি হৈ যায়। পাত্ৰী আদি তোমাৰ অনামতেই আমাৰ সকলোৰে মনঃপূত হৈ আছে। গতিকে মোৰ আন্তৰিক অনুৰোধ তুমি যেন এই চিঠি পায়ে সুবিধা বুজি ছুটী লৈ ঘৰলৈ যেনেতেনে আহা। ভগৱানে জীৱনত তোমাৰ মঙ্গল কৰিব। মই আৰু সৰহ দিন এইদৰে বিকাৰ ভুগি নাথাকিম হব পাৰ। মোৰ একান্ত অনুৰোধ, তুমি যেন বেলি আৰু আগৰ দৰে আমাৰ মন নিৰাশ নকৰা।

আনথনত উপমাই ·দিগবৈৰপৰা লিখিছে—

.... .... ....এদিন নিজেই ইচ্ছা কৰি মৰিবলৈ ওলাই গৈছিলো; কিন্তু সিদিনা মৰিব নোৱাৰিলো। আজি সেই ক্ষমতা মই নিজে নিজেই হেৰুৱাইছো। এটি অনাগত জীৱনৰ দায়িত্বৰ বোজা আহি মোৰ মূৰৰ ওপৰত পৰিছে। সেই নতুন মায়াত আবদ্ধ হৈ মই যেন আকৌ জীৱনৰ প্ৰয়োজন নতুনকৈ অনুভৱ কৰিছো। কিয়নো মোৰ প্ৰাণৰ গভীৰতম স্থানৰ সবল বিশ্বাস যে, সেই অভ্যাগত মোৰ জীৱনৰ এটি নিবিড়তম তৃপ্তিৰ মুহূৰ্ত্তত পোৱা দেৱতাৰ· আশীৰ্ব্বাদ। প্ৰমাণ যদি কোনোবাই বিচাৰে হয়তো মই বিশ্বাসযোগ্য প্ৰমাণ দিবলৈ অপাৰগ হম। কিন্তু প্ৰাণৰ নিভৃততম প্ৰদেশৰপৰা মই দিনে-নিশাই যি গোপন ইঙ্গিত শুনিব লাগিছো, তাক মই অবিশ্বাস কৰো কেনেকৈ? সেই আগন্তুকে মোৰেই প্ৰাণৰ অঙ্কুৰ লৈ, মোৰেই নিজৰ বুকুত অদৃশ্য পীয়ুষধাৰাৰ সোৱাদ লৈ দিনে দিনে সজীৱ হৈ উঠিব লাগিছে। গতিকে মই তাৰ প্ৰাণৰ অবুজ ভাষা যদি বুজো বুলি আপোনাক কওঁ, তাক প্ৰতিবাদ কৰিবলৈ আপোনাৰ কি যুক্তি আছে? সি যি নহওক, মৰিম বুলি এদিন আপোনাৰ আগত কৈয়ো মই যে মৰিব· নোৱাৰিলো, তাৰ বাবে যেন মোক ক্ষমা কৰে। আপোনাক জীৱনত এবেলি হেৰাই আকৌ নতুনকৈ পোৱাৰ প্ৰতীক্ষাতে যেন মোক সদায় জী থাকিবলৈ দিয়ে। * *

হিৰেন বাবুক আকৌ এদিনলৈ অবাক কৰি, আগ্ৰহেৰে বাট চাই থকা চিৰদিনৰ জুইৰ মায়া আৰু দবা খেলৰ আকৰ্ষণো অৱহেলি মই কেতিয়াই এটা ভাণ্ডৰ বাস্তৱতা লৈ হোটেলৰ খট্খটীৰে

তলতলালৈ বৰ বেগাই নামি আহিলো। মোৰ সমুখত চকুৰ আগত যেন অনন্ত কোটি যোজনৰ সুদীৰ্ঘ দুৰ্গম এটি পথ। মোৰ মনৰ ভিতৰত তুমুল ভাব আৰু আবেগৰ এখন মহাসমৰ। কাগজেৰে সজা দবাৰ চালৰ ওপৰত নিৰ্জীৱ কাঠৰ গুটিৰ ৰজা নহয়, মন্ত্ৰী নহয়, তেজ-মঙহৰ মই নিজেই জীৱনৰ যেন সঁচা দবা খেল এখনত বৰ বেয়া এটি "চালত" পৰি একেবাৰে বন্দী হৈ ৰৈছো। তাৰপৰা সতকাই কোনো গতি নাই, উদ্ধাৰ নাই, মুক্তি নাই।

পাইনৰ তলে তলে অকাই পকাই পাহাৰ উঠি-নামি আগবাঢ়ি যোৱা খিলঙৰ পাহৰুৱা ঝটবোৰ। তাৰে ওপৰে ওপৰে মই যেন এটি কিবা অতি অস্বাভাবিক গতিৰ তাড়নাত পৰি অনৰ্গল একে-বাহে খোজকাঢ়ি যাবলৈ ধৰিলো। মোৰ মনৰ ভিতৰত মীমাংসা কৰিবলগীয়া অপাৰ চিন্তাৰ ভুমুৰি।

জাৰত ঠেটুৱা লাগি মোৰ ভৰিৰ আঙুলি জোতাৰ ভিতৰতে ক্ৰমে ক্ৰমে অৱশ হৈ আহিল। মোৰ আঠুৰ হাড়ৰ জোৰা পৰি-

শ্ৰমত কাতৰ হৈ একেবাৰে জঠৰ হৈ পৰিল। ৰাতিৰ হিমৰ চেঁচাত ঠেৰেঙা দি মোৰ চকু-কাণ, নাক-মুখ নিশ্চেষ্ট আৰু আড়ষ্ট হ'ল। তথাপি মোৰ মনৰ ভিতৰৰ সমস্যাৰ কোনো সমাধান বিচাৰি নাপালো। মোৰ গন্তব্য পথৰ কতো সমাপ্তি দেখা নগ'ল



# অচল টকা

আচল হলেও সময়ৰ সোঁতত টকা কেতিয়াবা অচল হৈ যায়। ওজনত অলপ লঘুভাৰ, গাত দেখা নেদেখা কৰবাত অলপ ঘুণ, দাঁতিত অজ্ঞাত হাতৰ কিঞ্চিত দাগ, তাৰে অভিশাপ লৈ সি এদিন উজাৰ নোৱাৰা হয়। দেহত তাৰ কেঁচা ৰূপৰ তেজ জকমকাই উপচি থাকিলেও গতি তাৰ বন্ধ হৈ যায়, যাত্ৰা-পথৰ অন্ত পৰে। জীৱন-কাহিনী কোনোবা এন্ধাৰ অদৃশ্য বাকচৰ চুকত নিৰৱ হৃদ-নিয়াছৰ মাজত লীন হৈ যায়।

তেনে এটি টকাৰে কথা। দিনৰ পিচত দিন ধৰি মোৰ গুপুত এটি বাকচৰ এন্ধাৰ চুকত নিশ্চল হৈ পৰি থাকে সেই টকাটি। সম্বন্ধ তাৰ জীৱনৰ মোৰ এটি ডাঙৰ অভিজ্ঞতাৰ লগত, পৰিচয়ৰ লগত মৰ্মন্তুদ কাহিনীৰ লগত। কোনে জানে, হয়তো বা মোৰ প্ৰথম অজানিত প্ৰেমৰ লগত। কিন্তু অচল আজি সি। আৰু সেই প্ৰেম?

বিয়াৰ ঠিক এসপ্তাহ পিছত। বতাহত উৰি ফুৰা শিমলু তুলাৰ দৰে লঘু মোৰ মনৰ গতি সেই সময়ত। অন্তৰত মোৰ উন্মুক্ত ঝৰণাৰ অবাধ ছন্দ। চকুত ৰঙীন মেঘৰ ৰাগী। কাণত সৰগৰ বেউলাৰ নৃত্যৰ শিঞ্জিনী।

অকলে অকলে মই অনাই-বনাই ঘূৰি ফুৰো—নিমজ, পিছল খিলঙৰ পিচ ঢলা আলিৰ ওপৰত। গধুৰ কৰ্ত্তব্যময় জীৱনৰপৰা দুমাহৰ জিৰণি লৈছো। মূৰৰ ওপৰত মোৰ সৰলৰ পাতৰ গধুৰ সৰসৰীয়া শব্দ, গা মুখত আবেশ সানি বহাগী বাসন্তীৰ উতলা সমীৰণ।

লাইটুমখ্ৰাৰ অজান দূৰণি কোণত এটি ভেৰণীয়া ঘৰ। তাতে আহি আজি দুদিনমানৰপৰা লগত চাকৰৰ লৰা এটি লৈ মই নতুনকৈ বসতি কৰিছো। তাকে সজাই পৰাই, তাতে এপদ দুপদকৈ আহিলা পাতি গোটাই নতুন সংসাৰ এখন পাতিবলৈ যো-জা কৰিছো। ইচ্ছা, সংসাৰখন অলপ নিয়াৰি লাগি উঠিলেই ভৈয়ামৰ ঘৰলৈ বাতৰি দিম। তেতিয়া মোৰ নৱ-বিবাহিতা পত্নী, বৃদ্ধা মাতৃদেৱী আৰু মৰমলীয়া ভনী ইলা আহিব। আৰু এয়েই হ'ব মোৰ শুভ-বিবাহিত জীৱনৰ মধু আৰম্ভণি, বহু দিনৰপৰা অন্তৰত পুহি থকা হেঁপাহ খিলঙৰ শৈল শিখৰৰ ওপৰত সংসাৰত মোৰ প্ৰথম প্ৰৱেশ। পাশ্চাত্য জীৱনৰ জানিবা ৰোমাঞ্চকৰ উপন্যাসৰ "মধু যামিনী"। অথবা "আল্পছৰ" তুষাৰ শিখৰত "স্কিয়িং" অভিযান, ভূমধ্য সাগৰৰ বুকুত "বোটিং ক্ৰুইজ," "ৰিভিয়েৰাৰ" সাগৰৰ উপকূলত "আতপ-স্নান," "মণ্টিকাৰলোৰ" উন্মাদ ৰজনী।

"গবৰ্ণমেণ্ট হাউছৰ" কাঁহত অলপ আগেয়ে দহোটাৰ কোব পৰি গৈছে। লাবানৰপৰা বাটত অগণিত অফিছৰ "বাবুৰ" দলৰ লানি ধৰিছে। মই সেই সোঁতৰ লগত উজাই আহি আহি ডাক-ঘৰৰ আগত থিয় হৈছো। মোৰ হাতত নানা ৰঙৰ গধুৰ বন্ধ চিঠি এখনি। তাৰে ওপৰত ৰঙা ৰঙৰ টিকেট এখনি কিনি লগাই মই এতিয়াই বাকচত পেলাই যাম। খিলঙলৈ অহা দিনৰেপৰা এদিন বাদে এদিন সদায় মই এই সময়তে চিঠি এখনি এইদৰে লিখি আনো আৰু চিঠি-বাকচত পেলাই দি যাওঁ। ডাকঘৰৰ দীঘল খট্-খটীটোৰে নামি, ঘৰৰ ভিতৰত সোমাই, টিকেট বেচা মানুহজনৰ কাঠগৰাৰ আগত আহি ৰৈ মই থিয় দিলো। টিকেট কিনা মানুহৰ সিদিনা কি অভূতপূৰ্ব্ব জুমুৰি! কিমান বিভিন্ন ধৰণৰ লোকৰেই বা সমাগম! পিতলুৱা চকুৰ, কুট্কুৰা চুলিৰ বুঢ়ী, কেটেঙা মেম, গহীন, গপচ, সুঠাম, সুপুৰুষ ইংৰাজ; পেটাল, বিৰাটবপু, পাগুৰি মৰা, মাৰো-ৱাৰী "বাবু"; কৰ্কশ, বিকৃতকণ্ঠী, শ্ৰীহট্টবাসী; উৰ্দ্দি পিন্ধা অফিছৰ চাপ্ৰাচীৰ দল; আৰু কত অগণিত বৈচিত্ৰ্যৰ প্ৰাণী।

মই অবজ্ঞাভাৱে, নিৰৱে, নিজপ্ৰাণে জনতাৰ এমূৰত একাষৰী-য়াকৈ ঠাই এডুখৰি লৈ থিয় দিলো আৰু নিৰ্ব্বিবাদে নিজৰ সুযোগৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলো।

মোৰ ঠিক সমুখতে দণ্ডায়মান, পাগুৰি মৰা, ছ'ফুট দীঘল এজন শিখ; আৰু তাৰ পিছিনেই ষোড়শী, সুন্দৰী, বোধকৰো এগৰাকী ফিৰিঙ্গী দুহিতা। নীলা আকাশী ৰঙৰ আঠুলৈকে পৰা এটি ফ্ৰক। সুঠাম, সুগঢ়ি, লাৱণী, উদং, এযুৰি কলাফুল। ক'লা "খেভৰ" চাপৰ হিলৰ জোতা। বগা, চুটি, নীলা বৰ্ডাৰৰ পাৰ ভাঙি দিয়া এযোৰ মোজা

কোনোদিনে তেলৰ পৰশ নোপোৱা কুমৰ ওপৰত সোণালী চুলিৰ উন্মুক্ত মধুৰ হিল্লোল। দুয়োটি চকুতে প্ৰখৰ স্বচ্ছ ভাষাভৰা চাৱনি। দেহৰ মুকলি সকলো অঙ্গতে সানি দিয়া যেন সোণালী আভা।

মই চাওঁ। চাই চাই একোবাৰ অতৰ্কিতে নিজকে পাহৰি যাওঁ। কোনোৱে গম নোপোৱাকৈয়ে বিৰাট অতিকায় শিখৰ দেহৰ প্ৰাচীৰ উলঙ্ঘন কৰিও একোবাৰ গাভৰুৰ নিচেই গাৰ কাষ চাপোগৈ। অপৰিচিত গাভৰুৱে কোনো কুণ্ঠা নেদেখুৱাই নিৰ্ভীকভাৱে এবোজা চিঠিৰ কাৰণে এজাপ টিকেট কিনে আৰু সেই কাঠগৰাৰ কাঠৰ ওপৰতেই পেলাই লৈ এখন এখনকৈ চিঠিবোৰত টিকেত লগাই যায়।

মই চাওঁ। মোৰ কৌতুহল লুকুৱাবলৈ কোনো চেষ্টা নকৰি উদং মনেৰেই গাভৰুৰ চিঠিৰ ঠিকনাবোৰ চাই যাওঁ আৰু পঢ়িবলৈ যত্ন কৰো। সুদূৰ বিলাতৰ ঠিকনাৰ "এয়াৰ মেইলৰ" ছাবমৰা চিঠি, কলিকতাৰ লৰেটোৰ ঠিকনাত লিখা লেফাফাৰ চিঠি, মাদ্ৰাজৰ "ৰেড-ক্ৰছ নাৰ্ছিং হোম'লৈ" লিখা গধুৰ চিঠি আৰু লগতে কিমান খন! মই গাভৰুৰ কাষত থিয় হৈ চিঠিৰ ঠিকনাৰ আখৰবোৰ নিৰ্ব্বিবাদে পঢ়ি যাওঁ। সেউজীয়া চিয়াহীৰে লিখা গাভৰুৰ হাতৰ অকোৰা পকোৰা দীঘল দীঘল আখৰ কেইটি চাই মোৰ ভাল লাগে। টিকেটত আঠা লগোৱা গাভৰুৰ ব্যস্ত হাত, ল—নি লিহিৰা লিহিৰি আঙুলি কেইটি চাই চাই মই তন্ময় হওঁ।

জনতাৰ মাজত এটি চাঞ্চল্যই দেখা দিয়ে। টিকেট বেচা মানুহ জনে মুখেৰে অলপ বিৰক্তি প্ৰকাশ কৰে আৰু গাভৰুৰ ঠিক সমুখতে চিঠিবোৰৰ ওপৰত টকা এটা শব্দ কৰি আকলিয়াই পেলাই দিয়ে।

মুখেৰে থোতা মোজা লগা চুটি চুটি ইংৰাজীৰে কয়—আপোনাৰ এই টকাটো অচল, ই নচলে।

শেষ চিঠিখনিত টিকেট এটা আধা লগোৱা কৰি গাভৰুৱে হঠাতে বাধা পোৱাৰ দৰে চকু তুলি চায় আৰু মানুহজনলৈ লক্ষ্য কৰি সুস্থিৰভাৱে প্ৰশ্ন কৰে, নিমজ সৰল সুৱলা ইংৰাজীত—অচল টকা? কাৰ? মোৰনে?

টিকেট বেচা মানুহজনে সেই একে নিৰস ভঙ্গীৰে কাঠগৰাৰ সিপিনে থিয় হৈ থাকে আৰু সেই একে থোকা-থোকি লগা ইংৰাজীত কৈছেৰে কলে—হয়, আপুনিয়েই এতিয়াই দিয়া টকাটো অচল। মানুহৰ হাই-উৰুমিত দিবৰ সময়ত মোৰ চাই লবলৈ নহল; এতিয়া দেখিছো তাত খুঁত আছে। আপুনি অবিশ্বাস কৰে যদি মোৰ বাকচৰ ভিতৰখনলৈ জুমি চাব পাৰে। তাত এইটোৰ বাহিৰে দ্বিতীয় টকা আৰু নাই। বাকী সকলোবোৰ নোট আৰু ভঙনীয়া পইচা।

গাভৰুৱে অবিশ্বাস নকৰি নিৰৱে টকাটো তুলি লৈ অলপ পৰ নিৰীক্ষণ কৰি বিমোৰত পৰাৰ দৰে নিৰৰ্থকভাৱে এবেলি এনেয়ে মিচিকিয়াই হাঁহিলে আৰু তেনেকৈ হাঁহি বৈয়ে সৰু সৰু ঘন জিকমিকীয়া দাঁতেৰে তল ওঁঠটি কামুৰি বৈ ক্ষন্তেক ভাবিলে। ভাবি ভাবি কোনো উপায় নাপাই অতি লাহেলাহে ধীৰে ধীৰে কলে—তেনেহলে মই অলপ বিপদত পৰিলো যেনেই পাইছো। মোৰ হাতত এইটোৰ বাহিৰে আৰু দ্বিতীয় টকা এটিও নাই। তাৰ উপৰিও পলম হোৱা কাৰণে ইয়াৰ ভিতৰতে প্ৰায় গোটেইখিনি টিকেটত আঠা লগাই পেলাইছো। যদি আপোনাৰ লবলৈ আপত্তি নাই মই আঠা লগোৱা

টিকেটখোৰকে আকৌ তুলি ওভতাই দি যাব লাগিব। নহলে * * *

এটা অদ্ভুত সমস্যাৰ কুৎচিত পৰিস্থিতিৰ উদ্ভৱ হ'ল। টিকেট বেচা মানুহজনেও বিমোৰত পৰি এটা কৰ্কশ বিকৃত ভঙ্গী ধাৰণ কৰিলে। অস্থিৰ জনতাই চুকাযৰপৰা চলি পৰি অযাচিত ভাবে নানা সমালোচনাত যোগ দিলে। গাভৰুৰ স্বচ্ছ আৰু উজ্জ্বল চকুৰে মুখে লাজ আৰু অসহায়তাৰ বৰুণ ছবি স্পষ্ট হৈ বিৰিঙি উঠিল। অৰ্থ—ধন—বহল ডুয়োটি চকুৰ তাৰকাত বিপদ, কাতৰতা আৰু মিনতিৰ নানা চিত্ৰ আৰু কৱিতা ইটোৰ পিছত সিটোকৈ বাগৰি যাবলৈ ধৰিলে।

মই সুদৃঢ়ভাবে আৰু কাষ চাপি আগবাঢ়ি গলো, সম্ভ্ৰমেৰে, সম্মানেৰে, গাভৰুৰ চকুলৈ চাই উপযাচি কলো, নিভাজ ইংৰাজীৰে—যদি আপুনি অনুমতি দিয়ে, মই আপোনাৰ টকাটো সলাই লব খোজো মোৰ বিশ্বাস টকাটো অইন ঠাইত চলিবও পাৰে; আৰু নচলিলেও ই এৰাব নোৱাৰা বিপদত এষেৰি মাথোন আপোনাৰ সাহায্য হ'ল ভদ্ৰতাৰ খাতিৰত ই সমাজত সচৰাচৰ চলি থাকে তাত যেন্ন পাবলৈ বা অস্বীকাৰ কৰিবলৈ বোধকৰো আপোনাৰ কোনো হেতু নাই।

গাভৰুৱে সুস্নিগ্ধ দৃষ্টিৰে কৌতুকত মোৰ চকুলৈ চকু তুলি চালে লজ্জাগমনা সুমধুৰ এটি হাঁহি মাৰি, কোনো কুণ্ঠা নোহোৱাকৈ মো মুখলৈ চাই কলে—আপুনি অনুগ্ৰহ কৰি যেতিয়া ইমান বদান্যতা মোক সহায় কৰিবলৈ আগ বাঢ়িছে, বোধকৰো তাক উপেক্ষ কৰাটো মোৰ অন্যায় হব। আৰু এইবা কথা খুলি কবলৈ লা

কি, মই কি কৰিম নকৰিম ভাবি একো উৱাদিহে পোৱা নাছিলো। “এয়াৰ মেইলৰ” চিঠি কিখন মোৰ আক্ষি নগলেই নহয়। আঠা লগোৱা টিকেটবোৰ যে মানুহজনে গুভতাই লব, মোৰ বিশ্বাস নহয়। চিঠি বোৰ ইয়াতে এৰি আকৌ যে ঘৰলৈ গৈ টকাটো সলাই আনিম, সিমান পৰিশ্ৰমো কৰিবলৈ টান পাইছো।

গাভৰুৱে অতি পৰিচিতৰ দৰে কথাখিনি কৈ, সুমিষ্ঠ, সৰল হাঁহিৰেই মোৰ চকুলৈ চাই ৰ'ল। মই সগৰ্ব্বে কাঠগৰাৰ ওপৰত পৰি থকা গাভৰুৰ অচল টকাটো সামৰি লৈ মোৰ নিজৰ মনিবেগৰ পৰা সচল টকা এটি উলিয়াই দিলো। আৰু নতুন এটা পৰিচয়ৰ অধিকাৰ পোৱাৰ দৰে কোনো অনুমতি নোলোৱাকৈয়ে কাঠগৰাৰ ওপৰত সিচৰতি হৈ পৰি থকা গাভৰুৰ চিঠিবোৰ নিজে চিঠিৰ খোৰোঙত পেলাই দিবলৈ যত্নাই থূপাই ললো।

গাভৰুৱে অবিচলিত দৃষ্টিৰে কোনো প্ৰতিবাদ নকৰি অকল মাথোন মোৰ পিনে কৌতুকেৰে চাই ৰল। মই এখন এখনকৈ গাভৰুৰ প্ৰত্যেকখন চিঠিৰেই টিকেটবোৰ পৰ্য্যবেক্ষণ কৰি মোৰ হাতৰ চিঠিখনৰ কাৰণে বেলেগ টিকেট এটা কিনি আনিলো আৰু গাভৰুৰ আগতে মোৰ চিঠিৰ ওপৰত টিকেটটো লগাই ঠিকনাটো বহুপৰে যত্নেৰে লিখি, আটাই কেউখন চিঠিকে একেলগে নি খোৰোঙত পেলাই দি আহিলোগৈ।

ডাকঘৰ এৰি খটখটীৰে আকৌ আলিবাটলৈ উঠি আহোঁতে গাভৰুৱে বিনা সঙ্কোচে মোৰ লগত একেলগে ভৰি মিলাই ওপৰলৈ উঠি আহিল আৰু বাটৰ কাষত থিয় দি উঠি, এবেলি বহুসময়েৰে

চাহি মোৰ চকুলৈ চাই সুধিলে—সেই একে নিখুঁত ইংৰাজীত—মই সুধিব পাৰোনে, আপুনি অসমীয়া নেকি ?

মই বিস্ময়েৰে গাভৰুৰ চকুলৈ চাই হঠাতেই কথাষাৰ শুনি যেন বৈ গ'লো আৰু মোৰ দেহৰ ওপৰত থকা আশীটকীয়া বেণকিনৰ "ছুট"যোৰৰ আৰু সম্পূৰ্ণ চাহাবী সাজটোৰ ওপৰত এবেলি নিৰাশ ভাবে দৃষ্টি পেলাই, ভয়ে ভয়ে উত্তৰ দিলো—অৱেশ্যে পাৰে। প্ৰকৃততে মই অসমীয়াই। কিন্তু আপুনি সুধিলে কেনৈ মই বুজি নেপালো।

গাভৰুৱে নিচেই সৰু ছোৱালী এজনীৰ দৰে মই চকুলৈ চাই আত্মপ্ৰসাদত কিছুপৰ আপোন মনে হাঁহি ললে আৰু সৰু ছোৱালী এজনীৰ দৰেই বিনা সঙ্কোচে মোৰ চকুলৈ চাই হাঁহি হাঁহি কৈ গ'ল, নিভাজ শবল অসমীয়াৰে —সুধিছো এই কাৰণেই যে, ময়ো নিজে অসমীয়া। বোধকৰো মোৰ দেহৰ সাজপাৰ দেখি কেতিয়াও সেই বুলি মোক সন্দেহ কৰা নাই। মই নগাওঁৰ অসমীয়া খৃষ্টান ছোৱালী। মোৰ নাম মিনি এণ্ডৰুজ বৰুৱা। মোৰ বাইদেউ লবেটৰ মিষ্টেচ্। ময়ো তাতে "ছিনিয়ৰ কেম্ব্ৰিজ" পঢ়ো। আপুনি যালৈ এতিয়া চিঠিখন "পোষ্ট" কৰিলে, তেওঁক মই অতি সৰুৰেপৰা চিনি পাওঁ। লতিকা মোৰ সৰুৰেপৰা একে লগে খেমালি কৰি ডাঙৰ হোৱা বন্ধু। আজি চাৰি বছৰ মান হ'ল মাথোন, নগাওঁ এৰি মই বিদেশে বিদেশে ফুৰিছো। তথাপি মই লতিকাৰ সকলো খবৰ পাওঁ। মই জানো লতিকাৰ অলপতে সিদিনা মাথোন নগাওঁত বিয়া হৈ গ'ল। কোনোবা এম·বি ডাক্তৰ একজনৰ লগত, তাৰো মই খবৰ পাওঁ। আগেয়ে লতিকাই "হুৰুৱা" লিখিছিল। এতিয়া চিঠিত আপুনি "বৰুৱা" লিখিছে। বোধকৰো, লতিকাৰ স্বামীৰ

নাম কোনোবা ডাক্তৰ বকৰা হব পাৰ। মোৰ প্ৰথমতে অলপ সন্দেহ হলেও শেহলৈ সমূলি নোহোৱা হৈছে। কাৰণ, চিঠিত স্পষ্টকৈ লতিকাৰ দেউতাকৰ নামটো লিখা মই দেখিছো। আৰু তেতিয়াৰে পৰা কথাষাৰ সুধিবলৈ মনটো খু-দুৱাই আছিল। আপুনি নিশ্চয় লতিকাৰ কোনোবা সম্বন্ধৰ মানুহ হব যেন পাইছো!

মই কি কম সতকাই কোনো কথা বিচাৰি নেপাই একেধৰে গাভৰুৰ মুখলৈ ৰ-লাগি চাই ৰলো। গাভৰুৱে সেই খট্‌খটিৰ মূৰতে থিয় হৈ, অবিচ্ছেদ্য সুৰৰ অমৃত সুৰমাৰে অনৰ্গলৈ কথাখিনি কৈ গ'ল। মই নিৰ্ব্বাক নিস্পন্দ হৈ গাভৰুৰ চঞ্চল ওঠৰ হাঁহিৰ তৰল হিল্লোলখিনি পৰম গভীৰভাৱে উপভোগ কৰিছো মাথোন। আৰু গাভৰুৱে কথা শেষ কৰি কিছুপৰ মোৰাৰ পিছত হাঁহি ৰগৰ কৰি অলপ ৰহস্যেৰে কলো —পৃথিবীৰ সকলো ডাঙৰ ঘটনা আকস্মিকভাৱে হোৱাৰ দৰে আপোনাৰ আৰু মোৰ পৰিচয়টোও সম্পূৰ্ণ আকস্মিক। কিন্তু তাৰ ভিতৰত ইমান আত্মীয়তাৰ যোগসূত্ৰ এগছি আছে যেতিয়া, আশাকৰো এই এই পৰিচয়ো এদিন আত্মীয়তাত পৰিণত হবলৈ সুযোগ পাব। আপোনাৰ ইমান পৰিচিত বাল্যবন্ধু লতিকাৰ মই অকল সম্বন্ধীয়েই নহও, নিচেই ওচৰ সম্বন্ধীয় মানুহ। আৰু আপুনি বোধকৰো শুনি সুখ পাব যে, লতিকাইতৰ ঘিলতৈল অহাৰ বন্দবস্ত কৰিবলৈকেই মই আগধৰি এইখিনি পাইছোহি। সেই বন্দবস্ত আজিলৈকে হৈ উঠা নাই কাৰণেই লতিকাইত এতিয়াও ইয়ালৈ আহিব পৰা নাই।

"ক্লাৰ্কছৰ দোকানৰ"পৰা "থিলং টেইলাৰিং" ; থিলং টেইলাৰিঙৰ" পৰা "লাল চাঁদ" ; "লালচাঁদৰপৰা মোৱাৰৰ কটোৱা দোকান সকলোতে একেলগে ঘিৰি এগুৰুৰৰ নগৰ গভীৰ আত্মীয়তাৰে. লৈতে ঘূৰি,

লাইটুমখ্যাৰৈ যোৱা চমু বাটেৰে পাহাৰখন পাৰ হৈ “আপলেণ্ডৰ” ওচৰত যেতিয়া মিনি এণ্ডৰুজক বিদায় দিলো, তেতিয়া “গৱৰ্ণমেণ্ট হাউচৰ” কাষত বাৰতাৰ কোব পৰি গৈছে আৰু মূৰৰ ওপৰত বেলিটোও কিছু কিছু চোকা হৈ উঠিছে।

অকলে অকলে নিৰ্জন বাটেৰে খোজ কাঢ়ি, শেষৰ অৱশিষ্ট ‘কফি’কেইটা চোবাই গৈ গৈ হঠাতে মোৰ মনটো কিবা এটি ‘অজান বিষাদত বৰ গধুৰ হৈ উঠিল।

মই বৰ বিষণ্ণমনে গভীৰ ভাৱে ভাবিবলৈ ধৰিলো, আচল খাটি ৰূপৰ টকা এটাও সময়ৰ সোঁতত এদিন কিয় হঠাতে অচল হৈ যায়? আৰু যদি হয়েই, মিনি এণ্ডৰুজৰ দৰে এনে এগৰাকী নিৰ্ভীক উন্মুক্তা, গুৱনী সুঠাম গাভৰুক বিপদত পেলাই অচল হয় কেনেকৈ?

আৰু এসপ্তাহ যাগৰি যায়। কিবা কাৰণত লতিকাইতক খিলঙলৈ মাতি পঠোৱা চিঠিখন খিলঙৰ পৰা নাযায়। ঘৰটোৱেও যেন সম্পূৰ্ণ শান্ত হৈ অপেক্ষা কৰি থাকে। আগৰদৰেই নিয়মিত ভাৱে লতিকালৈ চিঠি যায়। আৰু তাৰ প্ৰত্যুত্তৰো আহে। কিন্তু কিবা কাৰণে খিলঙলৈ অহা কথাবাৰ্ত্তা হঠাতেই যেন বন্ধ পৰি যায়।

এপ্ৰিল মাহৰ উজ্জ্বল স্নিগ্ধ এটি ৰাতিপুৱা। চৌহদৰ চাৰিওফালে ফুলনিত অফুৰন্ত ৰূপৰ বিচিত্ৰ ফুলেৰে আতিশয্য। নিয়ৰৰ টোপাল-ৰোৰ তেতিয়াও গছে-পাতে ওলমি আছে। ভৰিৰ তলৰ নিয়ৰ দূবৰিৰ ভিজা গালিচাখনি তেতিয়াও ব'দ পৰি শুকোৱা নাই।

ফুলনিৰ মাজত বাহিৰত ব'দত পৰা সৰু এখন ভেনেষ্টাৰ টিপ'য় আৰু সমুখাসমুখিকৈ পৰা দুয়ো কাষে দুখন চকী।

মিনি এণ্ডকজৰ গাত বগা ফুলৰ পাৰি দিয়া ঘন নীলা ৰঙৰ পাটৰ অসমীয়া সাজ এযোৰ। অতি চোকা ৰঙা ৰঙৰ হাত চুটি এটা ব্লাউজ। ভৰিত মেখেলাৰ ৰং মিলাই পিন্ধা ৰাটাৰ নীলা ৰঙৰ চেণ্ডেল জু এজোৰ। মূৰত অবাধ্য সোণালী চুলিবোৰ অতি কষ্টেৰে পিন্ মাৰি পাৰ চাদৰৰ আঁচলৰ তলত লুকাই থোৱা। শুভ্ৰ ৰূপৰ টি পট এটাৰ পৰা মোৰ কাৰণে মিনি এণ্ডকজে সেউজীয়া বেৰুলৰঙৰ কাপত চাহ ঢালে আৰু নিজ হাতেৰেই চামুচেৰে চেনি ঘাটি ঘাটি কয়—মানুহৰ পৰিচয়বোৰ জগতত বাস্তৱিকতে কেনে অদ্ভুত! সিদিনা সামান্য সেই ডাকঘৰৰ ঘটনা বা দুৰ্ঘটনাটো! তাৰ পিছৰ পৰাই ইমান গভীৰ সম্ভাৱ আৰু প্ৰীতি! অথচ তাৰ এক মুহূৰ্ত আগলৈকে আমি কোনেও সেই কথাৰ গম পোৱা নাছিলো।

মই ভাবেৰে চাহৰ কাপটো তুলি লওঁ আৰু মিনি এণ্ডকজে আগবঢ়াই দিয়া থালখনৰ পৰা ভজেটিৰ ক্ৰীম কেক এটা তুলি লৈ অতি অন্যমনস্কভাৱে কওঁ—কিন্তু আটাইতকৈ দুখ লাগে এই

কাৰণেই যে, আমাৰ প্ৰায়বোৰ পৰিচয় জীৱনত অতি অসময়ত ঘটে সদায় হয় সময়ৰ কিছু আগ, নহয় কিছু পিছ। যেন ইচ্ছা কৰিয়েই জগতত "ট্ৰেজেডি" বোৰ ঘটাবলৈ কোনো কুটিল নিয়ন্তিয়ে সদায় অসময়ত আহি আমাৰ পৰিচয়ৰ দৌত্য কৰে।

মিনি এগুৰুকক আবদাৰ কৰি মোৰ কথাৰ জটিলতাৰ প্ৰতিবাদ কৰি কয় যে মই হেনো সদায় কথাত এনেকুৱা অতি ভুকহ, জটিল। অতি সামান্য কথা এটাক আহ টানি নি দুৰ্বোধ্য জটিলতাৰ মেৰপাকত পেলাবলৈ ভাল পাওঁ। ই অকল মোৰেই নহয়, সমগ্ৰ পুৰুষ জাতিটোৰে এটি বদ্‌গুণ।

মই আত্ম প্ৰসাদত হাঁহো। অতি নিভীকভাৱে আত্মীয়তাৰ দাবী লৈ মিনি এগুৰুকৰ চকু দুটিৰ সৰল স্বচ্ছ দ্যোতিখিনিলৈ মই একেথৰে চাই থাকোঁ।

এটি জটিল কথা সৰল, স্বচ্ছ, স্পষ্টভাৱে কৈ দিবলৈ প্ৰাণত অদম্য বাসনা ওপজে। কিন্তু সংস্কাৰৰ প্ৰাচীৰত সি বাধা পাই ৰৈ যায়।

ৰামকৃষ্ণ মিশ্যনৰ কাষেৰে, বিচুলিবঁাহৰ তলে তলে, "প্ৰেম ইউনিভ্যৰ্চাললৈ" যোৱা লুৰলুৰীয়া পাহুকৰা ঠেক বাটটো।

টকলা পাহাৰৰ ওপৰত জ্বলা বাইনিৰ বহল পথাৰখন। আকৌ ঘন সৰণৰ শাৰী।

পৰিশ্ৰমত মিনি এগুকজৰ চকুৰ তাৰকা দুটি আৰু বেছি স্বচ্ছ হৈ জলি উঠে। নাকৰ পাহ দুটি আৰু বেছি প্ৰস্ফুটিত হয়। গালৰ হেঙুলীয়া আভা আৰু বেছি মনোলোভা হৈ বিৰিঙি পৰে। পুলকত কথাৰ অমৃত নধৰা হয়। গোটেই অঙ্গতে বাসনাৰ প্ৰবল অনলশিখা ধোঁৱাই থৰে।

দুয়ো গৈ মোৰ পাতি নিজৰাৰ ওপৰত বহল শিলটোত বহোঁগৈ। মিনি এগুকজে ভৰিৰ জোতাযোৰ খুলি নিজৰাৰ পানীত ক্লান্ত, ৰক্তাভ ভৰিৰ আঙুলিকেইটি মেলি দিয়ে আৰু শুভ্ৰ নিখোটল আঙুলিকেইটিৰে পানীৰ ওপৰত টো তোলে। স্বচ্ছ পানীৰ দাপোনৰ মাজেদি মই সেই শোভা চাই চাই তন্ময় হৈ বহি থাকো।

মিনি এগুকজে মোৰ গাত ঢকা মাৰি মোৰ তন্ময়তা ভাঙি দি সোধে—আপুনি কবিৰ দৰে ইমান ভাবে কি?

মই নিজৰাৰ তলৰ কুকুৰ স্থিৰ নিশ্চল দ ঘন ক'লা পানীখিনিলৈ চাই চাই চিন্তাবিষ্টৰ দৰে কওঁ—ভাবো, সৌন্দৰ্যাই মানুহক ইমান বিহ্বল কৰে কেনে, দুৰ্বল কৰে কেনে? তাৰ মনৰ সুপ্ত আদিম অন্তচেতনাবোৰ আকৌ জগাই তোলে কেনে? অসীম অপৰিমিত সৌন্দৰ্য্যৰ আগত মানুহে তাৰ শিক্ষা, সভ্যতা, সংস্কাৰ সকলো পাহৰি গৈ আকৌ সেই আদিম সৃষ্টিৰ প্ৰথম প্ৰভাতৰ উন্মুক্ত নিবস্ত্ৰ মানৱ শিশুটো হ'বলৈ বিচাৰে কেনে?

মিনি এগুকজে দুষ্টামিভৰা হাঁহিৰে মোৰ চকুলৈ চায় আৰু বহি ওচৰলৈ গা ঠেলি বহে আৰু সোধে—কেনে লাগে?

মই অনিশ্চয়তাত পৰি সোধো—কি ?

মিনি এণ্ডৰুজে সেই একে দুষ্টালিভৰা হাঁহিৰে কয়—নিজৰাৰ তলৰ কুণ্ডৰ পানীখিনি ?

মই মিনি এণ্ডৰুজৰ চকুলৈ আৱেশভৰা দৃষ্টিৰে চাই কওঁ—অতল স্তব্ধ, ঘন, নিবিড়, মৰ্ম্মস্পৰ্শী ।

মিনি এণ্ডৰুজে মোৰ হাতৰ সাবধি লৈ শেলুৱৈ ধৰা, ভিজা শিলৰ কাষে কাষে বগুৱা বাই, ঢেকিয়াৰ হাবি ভাঙি ভাঙি, জুৰিৰ পাৰত আহি থিয় হয় । ভিজা দুবৰিৰ ওপৰত থিয় হৈ ভৰিৰ জোতাযোৰ খুলি পেলাই হাতত লয় আৰু কয়—উদা ভ'ৰত ভিজা ঘাহৰ সজীৱ পৰশখিনি বৰ ভাল লাগে । তাত যেন গোটেই শৰীৰকে উতলা কৰি অনা মুগ্ধ কৰি অনা এটি মাদকতা আছে । সচাঁকৈয়ে জুৰিৰ কাষত পানী হুৰণীত উদা ভৰিৰে থোজ কাঢ়ি কাঢ়ি মিনি এণ্ডৰুজ উতলা হয়, অধীৰা হয়, চঞ্চলা হয় । উলাহতে হাঁহি হাঁহি মোৰ গাত ধৰি বাগৰি পৰে, ভাগৰি পৰে, হালি পৰে, উবলি পৰে । ঐৰণীয়া পখিলাৰ পাছে পাছে লৰ চোৰাণীৰ দৰে লৰি যায় আৰু মোকো টানি নিয়ে । চুকি নোপোৱা ওখৰ ফুল ডাঙৰি ছিঙিবলৈ যত্ন কৰে; নোৱাৰিলে মোৰ হতুৱাই ছিঙায় । ধুৰণীয়া শিলগুটি বাছি বাছি বুটলি লয় আৰু মোৰ গালৈ নহলে পানীলৈ দলিয়ায় ।

হাঁহি হাঁহি মিনি এগুকজে ভুবিৰ মাজলৈ পিঠিৰ ওপৰে ওপৰে লৰি যায়। খোপনি হেৰাই পিছলি পৰিব খুজিলে মোক চিঞৰি মাতে। ওচৰত বৈ গৈ পিয় হলে, গোটেই গাৰে জৰ দি মোক পেলাব খোজে। মই পৰিব খুজিলে মোক টানি তোলে, হাঁহে, মিছাকৈ ভয়তে চিঞৰে। দুয়ো ধৰাধৰি কৰি কোনো ৰকমে পাৰ হৈ আহো। পৰো পৰোকৈ নপৰি কথমপি ৰৈ যাওঁ।

ভাগৰি জুগৰি মিনি এগুকজে আহি দীঘল দি বাইনিত অৱশ হৈ শুই পৰে। মইয়ো আবেশত কাষত বহি আশ্ৰয় লওঁ। শুই শুই সৰল গছৰ শুকান পাতবোৰ মিনি এগুকজে জাপেৰে গুটি কৰি থওঁ। গুড়িবোৰ দুয়োখন হাতৰ মাজত লৈ হাঁহি হাঁহি, মুখেৰে ফু দি বতাহত উৰুৱাই দিয়ে, মোৰ মুখলৈ মাৰি পঠিয়ায়, নিজে নিজে চুলিৰ মাজত সানি লয়। লেহেৰা যোৱা মুখটো মোৰ কোলাৰ ওপৰত আনি তুলি দিয়ে আৰু চুলিৰ মাজৰ পৰা পাতৰ গুড়িবোৰ বাচিবলৈ কয়।

মই বহি বহি মুখটো কোলাৰ ওপৰত তুলি লৈ বৰ যত্নেৰে চুলিবোৰ লিৰিকি-বিদাৰি শুকান পাতৰ গুড়িবোৰ বিচাৰো। মিনি এগুকজে একোবেলি বৰ স্বস্তিৰে মুখটো মোৰ কোলাৰ ওপৰত পেলাই থয় আৰু একোবেলি হঠাতে বিদ্ৰোহ কৰি হাহি হাহি মুখটো হোহোকাই টানি লৈ যায়। কিছুপৰ নিশ্চিন্ত ভাবে

চুলিবোৰ ঢৌৰ দৰে মোৰ কোলাৰ ওপৰত মেলি থয় আৰু কেতিয়াবা আচম্বিতে মুখটো তুলি আঙুলিৰ মাজৰ পৰা চুলিৰ কোছাবোৰ একৰাই চাহে ।

মিনি এগুৰুজৰ চুলিৰ মদিৰ গন্ধ মোৰ সৰ্ব্বাঙ্গত লাহে লাহে উপচি পৰি মোক মতলীয়া কৰে। মোৰ হাতৰ আঙুলিৰ ভিতৰত নিহিত শক্তিবোৰ সজাগ হৈ উঠে। মোৰ দুয়ো হাতৰ আৱেগ বন্ধন ক্ৰমে দৃঢ় হৈ যায় ।

হাজাৰ চেষ্টা কৰিও মিনি এগুৰুজে মোৰ দুয়ো হাতৰ কঠিন বান্ধ মোকোলাই আৰু মুখটো মোৰ কোলাৰ পৰা একৰাই নিব নোৱাৰে ।

মিনি এগুৰুজে তথাপি চাহে, কেৱল চাহে। চাহি চাহি যেন অজ্ঞান হবলৈ বিচাৰে। আউলী থাউলী হৈ সিচঁৰতি হৈ পৰা চুলিবোৰৰ ফাকেদি চাহি চাহি এবেলি মোৰ চকুলৈ চায় আৰু নাচাহিবলৈ চেষ্টা কৰে ।

মিনি এগুৰুজৰ মুখটো ৰুদ্ধ হৈ, ভাগৰি হাৰ মানি মোৰ কোলাৰ ওপৰত পৰি থাকে ।

মিনিৰ নাকৰ ঘন নিশ্বাসে তপ্ত কুঁথিৰ পাৰৰ শীতল মধুৰ বতাহখিনিও উতলা কৰি তোলে ।

আৰু এসপ্তাহ অতিবাহিত হৈ যায়। তথাপি লতিকাহঁত নাহে। যেন অহাৰ কোনো লক্ষণে একেবাৰে নোহোৱা হয়।

সজোৱা ঘৰটো হতাশ হৈ পৰি থাকে। মই তালৈ যেন লক্ষ্য নকৰি অইন কিবা এটা ভাবো। ভাবো, সদায় সকলো সময়তে ভাবো। উৎক্ষিপ্ত, উদভ্ৰান্ত হৈ ভাবো; কিন্তু তাৰ মীমাংসা যেন মোৰ ভাবনাতে যায়। কেতিয়াও একো গঢ় লব নোৱাৰে।

মিনি এগুকজে সকলো লক্ষ্য কৰে, কৌতূহল দেখুৱায় আৰু সোধে—আপুনি ইমান বিহ্বল হৈ সদায় নো ভাবে কি?

মই পৰাপক্ষত উত্তৰ নিদিওঁ। কিন্তু অগত্যা নিদি নোৱাৰিলে কওঁ—ভাবো লতিকাৰ কথা। তেওঁ অতি সহজতে তাৰ প্ৰতিবাদ কৰে আৰু কয়—কিন্তু আপুনি লতিকাৰ কথা ইমান ভাবিব কিয়? লতিকাৰ কাৰণে বেছিকৈ ভাবিবলৈতো লতিকাৰ স্বামী আছে। আপুনি তেওঁৰ এজন ওচৰ সম্বন্ধীয় মানুহহে।

প্ৰাণৰ ৰুদ্ধ আবেগ যেন বোধি ৰাখিব নোৱাৰি মই হঠাতে কৈ পেলাওঁ—কিন্তু লতিকাৰ স্বামীয়ে বৰ্তমান লতিকাৰ কথা ভাবিবলৈ এৰি দিছে, নাভাবে। তেওঁ অইন এঠাইত প্ৰেমাসক্ত।

মিনিয়ে অতিকৈ কৌতূহল দেখুৱাই কয়—অসম্ভৱ; অস্বাভাৱিক। বিয়াৰ এমাহ পূৰ নোহওঁতেই এনেকুৱা কথা এটি মই বিশ্বাস কৰিব নোৱাৰো।

মই কথাৰ গুৰুত্ব ৰাখি প্ৰতিবাদ কৰি কওঁ—কিন্তু তথাপি সকলো সম্ভৱপৰ হৈ গৈছে। মই লতিকাৰ স্বামীৰ নিজৰ মনৰ স্বীকাৰোক্তি

পাইছো। মই জানো, লতিকাৰ স্বামীৰ অমলিন মনৰ ভিতৰত লতিকাৰ বিয়াৰ আগেয়ে কোনো প্ৰকাৰৰে বিকৃতি নাছিল। লতিকাৰ বিয়াৰ এসপ্তাহ পিছলৈকেও তাত সেই একে পৱিত্ৰতাই বিৰাজ কৰিছিল।

মিনি এওকজে বেছি উৎসুকতা দেখুৱাই সোধে—তাৰ পিছত?

মই সেই একে সুৰৰ গাম্ভীৰ্য্য লৈ কওঁ—তাৰ পিছত, অতি অকস্মাতে তেওঁৰ সকলো সজ্ঞানতা, চেষ্টা, পুৰুষাৰ্থৰ বিপক্ষেও তেওঁ এগৰাকী অজ্ঞাতা সম্পূৰ্ণ অপৰিচিতা গাভৰুৰ প্ৰতি আকৃষ্ট হৈ যায়, এটা আকস্মিক ঘটনাৰ ভিতৰেদি। বেলেগ কুলৰ, বেলেগ ধৰ্ম্মৰ, সম্পূৰ্ণ বিভিন্ন পৰিপাৰ্শ্বিকতাৰ মাজত প্ৰতিপালিত যুৱতীৰ।

তেনেহলে তেওঁ এতিয়া লতিকাক এৰিব বা অৱজ্ঞা কৰিবলৈ বিচাৰিছে? —মিনি এওকজে চিন্তিত হৈ সোধে।

মই সুদৃঢ়ভাৱে উচ্ছাসেৰে কওঁ—নিচেৰা নাই আৰু তেওঁ কেতিয়াও নিবিচাৰেও। সেইখিনিতেই তেওঁ ভাঙিব নোৱাৰা এটা ডাঙৰ সমস্যা আহি পৰিছে। তেওঁ লতিকাক এতিয়াও আগৰ দৰে সমান ভাল পায়, স্নেহ কৰে, পূজো কৰে। লতিকাৰ প্ৰতি তেওঁৰ মৰম চিন্তা এতিয়াও এখনিতামানো সলনি হোৱা নাই। সেই কাৰণেই তেওঁ বিচাৰিছে এটি দোমোজাৰ বাট, এটি মাজ মুক্তি, দুটি পৰস্পৰ বিৰোধী মনস্তত্ত্বৰ ভিতৰত এটি সুস্থিৰ মীমাংসা।

মিনি এওকজে যেন সমস্যাৰ ভিতৰত অকণো প্ৰৱেশ নকৰাকৈয়ে এনেয়ে কয়—যদি সেয়ে হয়, তেনেহলে তাৰ নিষ্পত্তি অতি সহজতে আপোনা আপুনি ওলাই আছে। প্ৰেম আৰু বৈবাহিক সম্বন্ধ দুটা সদায় পৰস্পৰ বিভিন্ন বস্তু; যদিও আমি সকলো সময়তে ভুলকৈ

আৰু বলেৰে ছুয়োটিকে একে ঠাইতে আবদ্ধ কৰি ৰাখিব খোজা। লতিকাৰ স্বামীৰ বেলিকা যদি ছুয়োটি ইমান সহজতে আৰু কোনো বিবাদ নোহোৱাকৈ বিভিন্ন হৈ পাৰিছে, তেনেহলে তেওঁৰ প্ৰকৃত কৰ্ত্তব্য হব, সিহঁত ছুয়োটিকে সেইদৰে সদায় কোনো অন্যায় নকৰাকৈ বিভিন্ন কৰি ৰখা।

মই আবেগেৰে প্ৰতিবাদ কৰি কওঁ—কিন্তু সেইটো যে সম্পূৰ্ণ অসম্ভৱ মিনি। কল্পনাত হলেও বাস্তৱত একেটি মন্দিৰত কেতিয়াও ছুখান একে প্ৰতিমাৰ পূজা সম্ভৱপৰ নহয়।

মিনি এগুৱকজে উম্মাৰে মোলৈকে প্ৰত্যুত্তৰ দি কয়—একে মন্দিৰত বুলি আপোনাক কলে কোনে? সাধাৰণ দৃষ্টিত আপুনি একে দেখিলেও ছুয়োটি বস্তুৰ পৰিধি আৰু স্থান বেলেগ সুকীয়া। গৃহিণী বুলি যাৰ লগত আপোনাৰ সম্বন্ধ তেওঁৰ স্থান হল আপোনাৰ গৃহৰ মাজত। গৃহ বুলিলে ঠিক যিটো আয়তন উপলব্ধি কৰা হয়, ঠিক তাৰ ভিতৰত। কিন্তু মৰমৰ অংশভাগী আপোনাৰ কি দেৱী, কি বন্ধু, তাৰ পূজাৰ কোনো নিৰ্দিষ্ট স্থান নাই - আপোনাৰ অন্তৰৰ অসীম, অনন্ত মৰমৰ সকলো কেন্দ্ৰতে তেওঁ বিৰাজিত থাকিব।

উচ্ছ্বাসেৰে কথাষাৰ শেষ কৰি মিনি এগুৱকজে হঠাৎ মোৰ চকুলৈ এবেলি চকু তুলি চালে আৰু কিছুপৰ চাই থাকিল, সঙ্কোচিত চকুছুটি নমাই নি জড়িত কণ্ঠেৰে কলে—মোক ক্ষমা কৰিব, তৰ্কৰ চলতে ভুল কৰি মই "আপুনি" বুলি কৈ পেলাইছো। অৱশ্যে আপুনি নহয়। লতিকাৰ স্বামীৰ কথাহে মই কৈছিলো।

বিমূঢ় চিত্তে মই কেৱল মিনি এগুৱকজৰ চকুলৈ একে দৃষ্টিৰে চাই ৰলো। অব্যক্ত অন্তৰৰ ব্যথা আৰু বেদনাত মুখৰ পৰা এটা কথাও মোৰ সৰি নপৰিল।

আৰু কিছুদিন বাগৰি যায়। মিনি এগুৰুজে যেন আক্ৰোশ কৰি কৰি মোক সদায় অবিৰল অনুৰোধ কৰিবলৈ ধৰে, লতিকাক মাতি পঠিয়াবলৈ। লগতে লতিকাৰ স্বামী আৰু তেওঁৰ বান্ধৱীকো। সদায় মোক তৰ্ক কৰি বুজায়, মই যিটো সমস্যা মীমাংসাৰ অতীত বুলি ভাবিছো, তাক অতি সহজতে তেওঁ সমাধান কৰি দিব পাৰে। অকল তেওঁক লাগে লতিকাক, লতিকাৰ স্বামীক আৰু তেওঁৰ বান্ধৱীক।

মই তথাপি বাধা দিওঁ আৰু কওঁ—সি সম্পূৰ্ণ অসম্ভৱ কথা, মিনি। জগতত বহুতে তেনে চেষ্টা কৰিছিল; কিন্তু কোনেও কৃতকাৰ্য্য হব পৰা নাই। এজন পুৰুষ দুগৰাকী তিৰোতা, দুজন পুৰুষ এগৰাকী তিৰোতা—ই জগতত আবহমান কালৰ পৰা চলি থকা "চিৰন্তন ত্ৰিভুজৰ"। চিৰন্তন দিক্ চক্ৰবালৰ দৰে ই সদায় আছে আৰু সদায় থাকিবও। বিবাহ বস্তু এনে এটা সীমাহীন অনিৰ্দ্দিষ্ট বস্ত যে তাৰ দোহাই দি বিবাহিত পত্নীয়ে স্বামীৰ ওপৰত বাস্তৱ, কাল্পনিক "সৰ্ব্বস্বত্বেকে" দাবী কৰে। তাৰ এখনিটামানো আন কাকো কতো এৰি দিবলৈ সম্মত নহয়। বান্ধৱীৰ বন্ধুত্ব নালাগে বন্ধুৰ বন্ধুত্বও বিবাহিতা পত্নীৰ মনত এটা ঈৰ্ষাৰ বস্তু।

মিনি এগুৰুজে তথাপি হাৰ নামানে আৰু কয়—ঈৰ্ষা আদিম মানুহৰ এটা প্ৰাচীন বিকৃত অনুভূতি। শিক্ষিতা প্ৰগতিশীলা, আধুনিকা নাৰীয়ে তাৰ অস্তিত্ব অস্বীকাৰ নকৰে। তেওঁ জানে, লতিকা শিক্ষিতা, উদাৰ, অতি বহল মনৰ ছোৱালী।

মই পৰাস্ত হৈ কেৱল হাঁহো। মিনি এগুৰুজে তথাপি অনুযোগ দেখে।

অগত্যা হাৰ মানি মই হঠাতে এদিন সম্মতি দি পেলাও। মিনি এগুৰুজ আনন্দত অধীৰা হয়!

লতিকা আহে। লগত মোৰ সৰু ভনী ইলা আৰু মাতৃদেৱী। মিনি এগুৰুজে ইচ্ছা কৰিয়েই নিজে মটৰ চৈনচনলৈ আগবঢ়াই আনিবলৈ নাযাওঁ বুলি কলে। কাৰণ, সন্ধিয়া হঠাতে আহি ওলাই লতিকাক বিস্মিত কৰা তেওঁৰ অভিপ্ৰায়। মই অকণো তাত বাধা নিদিওঁ। বৰং সন্মুখত ডাঙৰ বিপদ এটাৰ পৰা ৰক্ষা পৰা যেন পাওঁ। ক্ৰমান্বয়ে মিনি এগুৰুজৰ কথা ভাবোতে ভাবোতে মোৰ অন্তৰত দুৰ্ব্বলতা আহি পৰে।

লতিকা আহি ঘৰত উঠিয়েই মোক একেবাৰেঅভিভূত কৰি তোলে। বিয়াৰ ঠিক এমাহৰ পিচৰ মিলন—বাধাৰ অন্তত ভেটা ভঙা যৌবনৰ অঙ্কুৰন্ত সম্ভাৰ লৈ মোক বিহ্বল কৰি পেলায়। মোৰ ঘৰত প্ৰথম পদাৰ্পণ কৰিয়েই মোৰ ওপৰত গৃহিণীৰ, সঙ্গিনীৰ ৰবৰ, দৌৰাত্ম্য আৰু কৰ্তৃত্ব চলাবলৈ উন্মুখ হৈ উঠে। লতিকাই সঁচাকৈ এডালি পল্লবিত লতিকাৰ দৰে মোৰ দেহত মেৰাই নিজৰ সত্বা হেকৰাবলৈ সুযোগ বিচাৰি অৰ্জ্জৰিত কৰি তোলে।

মই অকল পলাই যুৰো, আঁতৰি যুৰো, তালকৈ কাৰ চাপি বাৰ নোৱাৰো। অদৃশ্য এটি আত্মাৰ ব্যৱধানে মোৰ বাট ভেটি ধৰে।

জানো, আজি চাৰিবছৰ মিনি মাদ্ৰাজত। তাইৰ ডাঙৰ বায়েকৰ লগত।

কৌতূহল অযথা বঢ়াবলৈ চেষ্টা নকৰি মই ৰহস্য ভাঙি দিলো—তেওঁ বৰ্তমানে শিলঙত। আমাৰ ঘৰৰ পৰা বেছি দূৰৈত নহয়। আৰু বোধকৰো, এই মুহূৰ্ততে তোমাক লগ পাবলৈ এইখিনি ওলাবও পাৰে। তাৰে আগ জাননী দিবলৈ মোৰ হাতত ছবিখনি আছে।

মিনি এগুকজক ইমান আকস্মিকভাৱে লগ পোৱাৰ আনন্দত লতিকাই মোক কৰিবলগীয়া সকলো প্ৰশ্নই পাহৰি গল। কেৱল উচ্ছ্বাসিত হৈ বন্ধুৰ গুণ গান কৰি কলে—মিনিজনী নিৰ্ভীক, পোন-পটীয়া আৰু স্বাধীনচিতীয়া ছোৱালী। তাইৰ নিজৰ এটা ব্যক্তিত্ব বা বিশেষত্ব আছে। পানীৰ দৰে যি পাত্ৰত থোৱা হয় সেই পাত্ৰৰে গঢ় লোৱা বিধৰ মিনি সাধাৰণ ছোৱালী নহয়। মিনিৰ লগত বন্ধুত্ব তেওঁৰ অতি সৰু কালৰে। তেওঁ নিশ্চয় জানে, মিনিয়ে কেতিয়াও তেওঁক পাহৰিব নোৱাৰে। তেওঁ অহা খবৰ শুনি কেতিয়াও মিনি নহাকৈ থাকিব নোৱাৰে। যদি সঁচাকৈ তেওঁ মিনিৰ লগ পায়, তেনে হলে অতি আনন্দেৰে তেওঁ দিনকেইটা শিলঙত কটাব পাৰিব।

ইচ্ছা থাকিলেও লতিকাৰ উচ্ছ্বাসত মই বাধা দিব নোৱাৰিলো। প্ৰাণৰ উদ্বেলিত আবেগৰ ঠেকি-খোঁকিৰ পৰা কোনো সংলগ্ন ভাষাৰ বাক্য মোৰ মুখেৰে ফুটি নোলাল। কেৱল অসহায় দৃষ্টিৰে লতিকাৰ চকুত জ্বলি উঠা পুলকৰ বিজুলীখিনিলৈ মই চাই ৰলো।

"লতিকা" বুলি উচ্ছ্বাসত চিঞৰি কৰবাৰ পৰা এটা তীব্ৰ বা' মাৰলীৰ দৰে মিনি এওকৰে কোঠালীৰ ভিতৰলৈ সোমাই আহিল

আৰু ঘৰৰ সকলো পাৰি-পাৰ্শ্বিকতাৰ এটা নতুন সলনি আনি বন্ধুৰ ডিঙিত সাৱটি ধৰিলে। লতিকায়ো সেই কথা উচ্ছাসত আন কি মোৰো অস্তিত্বলৈ পাহৰি গৈ বন্দুক নিজৰ বুকুলৈ সাদৰি আনিলে আৰু বহু দিনৰ সঞ্চিত মৰম স্নেহ উজাৰি দিবলৈ চেষ্টা কৰিলে।

মই নিজেও নিজৰ অস্তিত্ব পাহৰি গৈ সেই দুয়ো বন্ধুৰে সৌহাৰ্দ্দ্য প্ৰীতি, আবেগ, আনন্দ, বগৰ নিশ্চল শিলৰ মূৰ্ত্তিৰ দৰে একেথৰে চাই থাকিলো; আৰু বহুপৰ সেইদৰে চাই চাই শিলৰ মূৰ্ত্তিৰ নিচি নাকৈ এবেলি কঠিন হৈ বহু কষ্টেৰে মাতিলো—মিনি এণ্ডকজ !

কেবাবেলিও মোৰ মাত উপেক্ষা কৰি মিনি এণ্ডকজে অতি অনিচ্ছাৰে যেন এবেলি মোৰ চকুলৈ চকু তুলি চালে আৰু উলাহেতে নিচেই সৰু ছোৱালীৰ দৰে স্বৰৰ বিকৃত ভঙ্গি উলিয়াই কলে—মিষ্টাৰ চলিহা !

অতি অচাৰিত, অদ্ভুত কিবা এটি কথা শুনাৰ দৰে লতিকাই বন্ধুৰ ডিঙিত ধাৰ অসংযত ভাব ধৰি হাঁহিবলৈ ধৰিলে। আৰু বন্ধুৰ দুয়োটি ওঁঠ হাতেৰে টিপি ধৰি, এটি এটি কৈ কবলৈ শিকালে—মিষ্টাৰ চলিহা নহয় আঁকৰী—ডক্টৰ বৰুৱা। এম পি বৰুৱা এম-বি ডি পি-এইচ। মোৰ····মোৰ····

মিনি এণ্ডকজে- অতি দ্বিধাত, সঙ্কোচত ভীষণ ভয়ে ভয়ে মোৰ চকুলৈ চাই, কষ্টেৰে কথাষাৰ কোনোৰকমে সম্পূৰ্ণ কৰিলে—তোৰ ····তোৰ····অৱশ্যে স্বামী।

তাৰ পিচত কিছু চঞ্চলতাৰে, কিছু ব্যস্ততাৰে, কিছু অন্তৰৰ খেলি-মেলিত, লাজেৰে মুখাৰে, বৈ বৈ মোৰ চকুলৈ চাই, হাঁহি হাঁহি কলে—ক্ষমা কৰিব ডাক্তৰ বৰুৱা। আপোনাৰ নামটো মই ভুলকৈ জানি-

ছিলো। কিন্তু মোৰ নামটো বোধকৰো শুদ্ধকৈ জানে। মই মিনি এগু-কল—লতিকাৰ প্ৰিয় বন্ধু। ইচ্ছা কৰিলে আপুনিও বন্ধু বুলি ভাবিব পাৰে।

তাৰ পিছদিনা বাঙিপুৰা। ফুলনিৰ মাজত সেই ভেনেষ্টাৰ সৰু টিপয়খন আৰু সমুখত চাহৰ সৰঞ্জামবোৰ। দূৰত পাহাৰৰ ওপৰত জিলিকি উঠা নতুন সুৰুযৰ কুমলীয়া পোহৰৰ ছাঁ।

লতিকাৰ চকুত তেতিয়াও টোপনিৰ জড়িত আবেশসনা। দুই-এডাল আউল ভঙা চুলি এনি-তেনি চকুৰ ওপৰত বাগৰি পৰি আছে।

লতিকাই মোৰ সমুখত চাহৰ পৰিবেশন কৰি থয়। মই, অনুচ্ছাসেৰে কাপটো নীৰবে হাতত লওঁ আৰু লাহে লাহে সঙ্কোচেৰে সোধো—মিনি জনী বৰ মুকলীমূৰীয়া সৰবৰহা ছোৱালী। তুমি নিশ্চয় কালি ইমান আচম্বিতে লগ পাই বৰ সুখ পাইছিলা।

লতিকাৰ উত্তৰ আহে—সুখেই নহয়, পুলকতে নিজকে নিজে পাহৰি গৈছিলো। খিলঙলৈ আহি যে মিনিক লগ পাম মই সপোনতো নভবা কথা। মই জানিছিলো তাই মাদ্ৰাজতে ইমান দিন আছিল। খিলঙলৈ আহি তাই এবছৰ হ'ল পঢ়িছল মই তাৰ খবৰকে নাপাইছিলো।

অলপ নিৰৱতা। কাপ, প্লেট, চামুচৰ সজীৱ টুং টাং শব্দ। মই নিজেই সেই নিৰৱতা ভাঙি আকৌ প্ৰশ্ন কৰো—পঢ়িছিল বুলি কলা যে? বোধকৰো মিনি এতিয়াও ইয়াতেই পঢ়ে। অন্ততঃ প্ৰফে বুলিয়েই মই এতিয়াও জানিছিলো।

লতিকাই উত্তৰ দিলে—পঢ়িলেও আৰু ইয়াত নপঢ়ে বুলি কালি তাই মোক কলে। কিবা কাৰণে আকৌ তাই মাদ্ৰাজলৈ যোৱাটোকে ঠিক কৰিবলগীয়া হৈছে হেনো। আজিয়েই তাই শ্বিলং এৰি যোৱাৰ কথা। মাত লগাবলৈ সময় কৰিব নোৱাৰিব বুলি কালি ৰাতিয়েই মোক মাত দি গৈছে।

এইবেলি বহুপৰ ভাঙিব নোৱাৰা গধুৰ নিৰৱতা। আনকি কাপ প্লেট, চামুচৰ শব্দও ক্ষীণ হৈ নিস্তব্ধ হয়।

সেই কুণ্ঠিত মৌনতা ভাঙি ময়ে বহু যত্নেৰে আকৌ ক্ষীণ সুৰে কওঁ—তেনেহলে মিনিয়ে এবেলি মোক মাত লগাই যোৱা উচিত আছিল। সেই তুমি মোৰ নামটো সুধৰাই দিয়াৰ পিছত, যি তোমাৰ লগত কথা পাতি পাতি ভিতৰ কোঠালৈলৈ সোমাই গল, তাৰ পিচত মোৰ লগত আৰু দেখা দেখিয়েই নহল। ময়ো তোমালোকৰ গম্বৰ কিবা বিঘিনি ঘটে বুলি কোনো প্ৰতিবন্ধকতা নজন্মালো। যোৱাৰ সময়ত মিনিয়ে নিশ্চয় মোৰ কথা একো কৈ যোৱা নাই।

লতিকাই মুৰ জোকাৰ কলে—নহয়, কৈ গৈছে। আপোনাক কবলৈ কৈছে যে তাই যি বিষয় এদিন সম্ভৱপৰ বুলি আপোনাৰ লগত তৰ্ক কৰিছিল, তাই তাত হাৰ মানিছে। আপোনাৰ ওচৰত পৰাজয় স্বীকাৰ কৰিছে আৰু তাৰ বাবে তাইক ক্ষমা কৰিবলৈ অনুৰোধ কৰি গৈছে।

তাৰ বহুদিন পিছৰ কথা। প্ৰাণৰ স কলো উদ্দাম, উত্তেজনা, স্পৃহা কলিৰ সোঁতত স্থবিৰ হৈ আহিছে। জীৱন কোনোৰকমে ত্ৰুটি মুক্ত

গতিত পৰি মান্দাক্ৰান্তা ছন্দত বাগৰি গৈছে। লতিকায়ো লাহে লাহে মোৰ ওপৰত কৰা সহজ কৰ্তৃত্বৰ আনন্দ এৰি দি চাৰিটি লৰা-ছোৱালীৰ শাসনভাৰত বেছি মনোনিবেশ কৰিছে।

মই তথাপি সেই অচল টকাটিৰ কথা পাহৰিব পৰা নাই।

কেতিয়াবা সময় পালেই তাৰ কথা নিৰবে মই ভাবো আৰু লতিকাৰ ড্ৰয়াৰৰ ওপৰত থিয় কৰি থোৱা, যিনি এণ্ডকজৰ ধোৱা লাগি প্ৰায় উৱলি যোৱা বাষ্ট ফটোখনি চাই চাই চিন্তা কৰো, যিনি এণ্ডকজে যে এদিন কৈছিল—ঈৰ্ষা আদিম মানৱৰ অতি পুৰণি এটি বিকৃত অনুভূতি। শিক্ষিতা, উদাৰমনা নাৰীয়ে তাক অস্বীকাৰ কৰে —সেই কথাষাৰিত কোনো সত্যতা আছেনে?

——: 0 :——

# জাহ্নৱী

বাতিপুৱা ল ক্লাছ কৰি আহি, পোনে পোনেই ঘৰত সোমাই দৈনিক কাকতখন মেলি লৈ, এনেই ওপৰে ওপৰে আখৰৰ ওপৰত, চকু ফুৰাইছোঁহি মাথোন, এনেতে দেখোঁ প্ৰণৱে হাতত এটা জ্বলা চিগাৰেট হুপি হুপি মোৰ পঢ়া-কোঠালিৰ ভিতৰত সোমাই চকী এখন টানি লৈ বহিল।

সচৰাচৰ পৰিপাটি সাজ-পাৰৰ পৰিবৰ্ত্তে, প্ৰণৱৰ দেহত আৰু পৰিচ্ছদত এটা শিথিলতাৰ আৰু উদাস ভাৱৰ আবেশ দেখি, মই সম্বোধন কৰি সুধিলোঁ,

"প্ৰণৱ, বাতিপুৱাই এনে কবি-বেশে ওলালা কলৈ? চুৰিয়াত ভাল ইস্ত্ৰী নাই, ভৰিত জোতা ছেণ্ডেল, গাত উকা কামিজ, মূৰৰ চুলিও অযত্নত আউল-বাউল—তাৰ ওপৰিও ক্লাছত আজি অনুপস্থিত। তোমাক দেখিলেই কব পাৰি, যেন ওৰে ৰাতি কিবা এটা উগ্ৰ কবিতাৰ চৰ্চ্চা কৰি এতিয়াহে মাথোন এটি অৱসাদৰ জড়তা লৈ উঠি আহিছা।"

প্ৰণৱে এটি নিস্তেজ হাঁহি মাৰি, চিগাৰেটৰ পোৰা ছাইখিনি 'এছ-ট্ৰে'ত পেলাই থোৱাৰ লগে লগে, 'এছ-ট্ৰেখন' ভাবুকৰ দৰে

আঙুলিৰে টেবিলৰ ওপৰত লাহে লাহে খুৰাই খুৰাই বিষাদৰ সুৰত কলে,

"কবিতা সহয়, ৰঞ্জিৎ ! বাস্তৱে মোক আজি অলপ জৰ্জৰিত কৰি তুলিছে। ইমান দিনে বুজো বুলি যিটো বস্তু লৈ মই গৰ্ব্ব কৰি আছিছিলো, এতিয়া দেখিছো, সি ক্ৰমাম্বয়ে মোৰ চকুৰ আগত বেছি অবোধ্য, জটিল হৈ উঠিছে। সঁচাকৈয়ে ৰঞ্জিৎ, ছোৱালীবোৰক মই সমূলি বুজিব নোৱাৰা হৈ পৰিছোঁ।"

অতি সোনকালে ৰহস্যটোৰ সন্ধান পোৱাৰ দৰে, মই এটা তৃপ্তিৰ দীঘল হাঁহি মাৰি, সম্পূৰ্ণ পাণ্ডিত্যৰ ভঙ্গীৰে কলো,

"তাতেইতো তোমালোকে বস্তু ভুল কৰা প্ৰণৱ। যিটো বস্তু সহজ, যিটো বস্তু স্পষ্ট, তাক ৰহস্যৰ আৱৰণৰ মাজেদি বুজিবলৈ গলে সি অবোধ্য সাঁথৰ হৈ সৃষ্টি হব কি ? কোনে কলে তোমালোকক ছোৱালীবোৰ "মিষ্ট্ৰি" বুলি ? সিহঁত অতি সহজ, অতি স্বচ্ছ। তুমি যিমানেই সিহঁতক দুৰ্জ্জেয় বুলি দৰে বুজিবলৈ যোৱা, সিমানেই সিহঁত তোমাৰ চকুৰ আগত বেছি অবোধগম্য হৈ উঠিবলৈ বাধ্য।"

ইমান সহজতে প্ৰণৱে মোৰ যুক্তিখিনি মানি নোলোৱাৰ ভঙ্গীত, চকীখন লৰাই, আৰু বেচি নিশ্চয়তাবে বহি লৈ, মোৰ চকুৰ দৃষ্টিলৈ চাই তৰ্কৰ ইচ্ছাতে কলে,

"কিন্তু তথাপি ৰঞ্জিৎ, যদি বাৰ বছৰে এজনী ছোৱালীৰ সান্নিধ্যত থাকি মনৰ অভিলাষ যোগাই, নিজকে বিলাই নিঃশেষ কৰি দি আজি আকৌ এইদৰে তোমাৰ আগত বুজাৰ মৰ্ম্মভেদ অসমৰ্থতা প্ৰকাশ কৰিব লাগে, তেনেহলে সিহঁতক তুমি জটিল দুৰ্বোধ্য বুলিবা

কাক ? সিহঁত, তুমি কোৱামতে সহজ হলেও এক অদ্ভুত ধৰণৰ সহজ ! চকুৰ ওপৰত অতি স্পষ্ট দেখিলেও মনৰ আঁৰত সিহঁতৰ হাজাৰ অভিব্যক্তি লুকাই থাকে । জগতত কোনেও ক'তো কেতিয়াও এজনী ছোৱালীকো চিনি পোৱা নাই । একেজনে সিহঁতৰ সদায় বহুজন ।”

• • • • • •

মই বুজিছিলো, প্ৰণৱৰ প্ৰাণৰ আচল আক্ষেপ ক'ত । মোৰ আগত বিশ্বাসতে সি কেবাদিনে কৈছিল, সি জাহ্নবীক ভাল পায় । জাহ্নবীৰ ৰূপৰ পূজা কৰে, জাহ্নবীৰ সৌন্দৰ্য্যৰ সম্ভোগ-মন্দিৰৰ আগত নিতৌ ভক্তৰ কাতৰ অৰ্ঘ্য দান কৰে । সেই ভালপোৱাত, সেই পূজাত, কবিৰ এটা কবিতাৰ মাদকতা আছে । পূজাৰীৰ “অবাঙ্ মনোগোচৰ,” অসীমৰ আদৰ্শবাদিতাৰ এটা কৰুণতা আছে । সমগ্ৰ সৌষ্ঠৱ—প্ৰাণৰ ৰূপ, ৰস স্পৰ্শ, গন্ধৰ প্ৰতি এটা জাগতিক আকুল ক্ৰন্দন আছে ।

কাৰণ, প্ৰণৱ কবি, প্ৰণৱ সৌন্দৰ্য্যৰ পূজাৰী প্ৰণৱ বাস্তৱ জীৱনৰ এজন উদ্দাম উপাসক ।

প্ৰণৱে নিজৰ অন্তৰৰ অভিব্যক্তি অতি স্পষ্টকৈ প্ৰকাশ কৰিব পাৰে । ব্যৱহাৰত কবিতাৰ ভঙ্গী আছে । কণ্ঠত সঙ্গীতৰ সুৰ আছে । দেহত পুৰুষৰ অতুলন সৌষ্ঠৱ লাৱণ্য আছে ।

প্ৰণৱ ধনীৰ সন্তান । বাপেকৰ মটৰ চলাই কলেজ কৰে । কথাই কথাই অনৰ্গল ওমৰ-খায়ামৰ কবিতা মুখস্থ মাতে । চৌখিন ড্ৰয়িং ৰুমত 'ভায়োলিন' বজাই গান গায় । “হাই চাৰ্কেলৰ” লগত টেনিছ খেলে আৰু ছিনেমা চায় ।

জাহ্নবীও সেই সমাজৰ একে স্তৰতে ওপজা ছোৱালী। মূৰত চুটিকৈ কটা বব-চুলি আৰু নগৰত ছোৱালীয়ে ছাইকেল চলোৱাৰ প্ৰথম পথ-প্ৰদৰ্শিকা। কলেজৰ লেডিজ কমনৰুমৰ নাম কৰা পিং-পং চেম্পিয়ন। ইছাডোৰা ডানকানৰ "মাই লাইফ"ৰ প্ৰধান শিষ্যা আৰু আনা পাভ্‌লোভাৰ শিল্পৰ এগৰাকী বিশিষ্ট উত্তৰাধিকাৰিণী।

সমাজৰ একে স্তৰতে, একে ঠাইতে, চিনাকি দুটা পৰিয়ালৰ ভিতৰত অবাধ স্বচ্ছন্দতাৰ মাজত ডাঙৰ-দীঘল হলে সাধাৰণতে যি হয়, প্ৰণৱ আৰু জাহ্নবীৰ ভিতৰতো ঠিক সেয়েই হৈছিল। উপ-কৰা পৰিচয়ৰ পিছত ঘনিষ্ঠ চিনাকি; ঘনিষ্ঠ চিনাকিৰ পিছত দ আত্মীয়তা; দ’ আত্মীয়তাৰ পিচত মনৰ ভাবৰ আদান-প্ৰদান; আৰু তাৰ পিছত প্ৰবল আকৰ্ষণ।

গতিকে বৰ্তমানে প্ৰণৱে দেখাকৈয়ে জাহ্নবীক ভাল পায়। বন্ধু-বান্ধৱৰ আগত তাকে প্ৰকাশ কৰে আৰু দেখুৱায়। সদায় সহজ গতিত জাহ্নবীহঁতৰ ঘৰলৈ যায়। জাহ্নবীৰ শোৱনী ঘৰৰ ডাঙৰ আৰ্চিৰ আগত বহি বন্ধৰ দিনত দুপৰীয়া অকলশৰে মাহে-কীয়া আলোচনীৰ গল্প পঢ়ে। সদায় গধূলি ড্ৰয়িং-ৰুমৰ নীলা "মেলো" লাইটৰ পোহৰত কোৰাচ গান গায়। চিনেমা ঘৰত একেলগে বহি ডাইট্ৰিখৰ "চং অব চংছ" চায়। ৰাতিপুৱা "মৰ্ণিং ৱাক" কৰি নৈৰ পাৰত শেৱালি বুটলে আৰু বৰষুণৰ দিনত নিজে আগ বাঢ়ি গৈ মটৰেৰে কলেজত থৈ আহে।

প্ৰণৱৰ অন্তৰৰ আঘাত বুজিও সুবুদ্ধাৰ দৰে মই কলো, "কিন্তু তাৰ বাবে তুমি ছোৱালীবোৰক দোষ দিবা কেনেকৈ প্ৰণৱ? এটা আহেতু কৌতুকৰ আৱৰণেইতো ছোৱালীবোৰৰ জীৱনৰ সম্বল।

ছোৱালীয়ে পুৰুষক কত ৰকমে জীৱনত তুষ্ট আৰু তৃপ্ত কৰি ৰাখিব লাগে। যদি সকলো ছোৱালীয়ে স্পষ্ট আৰু সহজ হ'ল-হেঁতেন তেনেহলে জীৱনৰ দুৰ্ব্বহভাৱ গুৰু-ভাৰ পুৰুষে সহিলেহেঁতেন কেনেকৈ? ই যে বিধাতাৰে এটা ডাঙৰ বিধান।”

ইমান ডাঙৰ মোৰ জীৱনৰ ফিলছফিটো প্ৰণৱে অকণো উপলব্ধি নকৰাৰ দৰে সেই একে আক্ষেপৰ সুৰতে কলে,—

“কিন্তু তথাপি জীৱন্ত, জ্বলন্ত, বাস্তৱ মানুহ এটাই যদি সদায় ফাঁকি দি নিজৰ আয়ত্বৰ হাতৰ বাক্সোনৰপথা পিছলি গৈ থাকে, কোৱা, কাৰ প্ৰাণত এটা স্বাভাৱিক আক্ষেপ নহয় বাৰু? ছোৱালীবোৰ ছলনাময়ী, ছোৱালীবোৰ জটিল—তাৰ কাৰণে প্ৰাণত কোনো দুখ নাহে। কিন্তু খেদ আছে অকল যেতিয়া সেই ছলনাৰ মাজত সোমাই, সেই জটিলতাৰ পাকত পৰি, আমাৰ মনুষ্যত্বৰ ওপৰত কালিমা পৰে। তেতিয়া নিজে নিজেই আমি ভালেখিনি লঘু হৈ যোৱা যেন উপলব্ধি কৰো। পুৰুষ হৈ ছোৱালীৰ ইতি-কিঙৰ পাত্ৰ হোৱা বুলি মনত ভাব হয়; পুৰুষ আমি, আমাৰ ভালপোৱাৰ এটা একাগ্ৰতা আৰু একনিষ্ঠতা আছে। এজনী ছোৱালীৰ মনৰ খেয়ালৰ সাময়িক যোগনিয়াৰতো আমি কেতিয়াও হব নোৱাৰো?”

'গভীৰ মনৰ জটিলতাত আৰু অকৃত্ৰিম বিবাগত এটা পধুৰ অতীত প্ৰণৱে নিজৰ মুখেৰে, প্ৰায় ডেৰ মাহ জোৰা তাৰ জীৱনৰ কাহিনী এটি কৈ গ'ল।

মই সহানুভূতিত, মনপুতি নিবৰে শুনি গলোঁ।

পূজাৰ বন্ধ হল। কলিকতাৰ পৰা জাহ্নবীৰ ককায়েক বিমানৰ লগত আহিল তাৰ যোৰহাটৰ নতুন বন্ধু পঙ্কজ—জাহ্নবীহঁতৰ ঘৰত পূজাৰ আলহী হৈ।

সকবেপৰাই প্ৰণৱৰ লগত বিমানৰ বন্ধুত্ব আছিল অগাধ আৰু সেয়ে জাহ্নবীৰ লগত তাৰ আত্মীয়তাৰ পথ সুগম হৈছিল ইমান সহজতে।

আজি তিনিমাহ হল মাথোন প্ৰণৱ আৰু বিমানৰ এৰা-এৰি হবৰ। যোৱাবেলি অকল বি-এ পৰীক্ষা দি, সিবেলিৰ সৈতে ছুবে-লিও বি-এৰ জপনাথন বিষম বিক্ৰমেৰে আক্ৰমণ কৰিও চেৰাব নোৱাৰি, বিমানে গুৱাহাটীৰ নিজৰ ঘৰৰ ভাত এৰিছে আৰু সুদূৰ কলিকতালৈ গৈ "ছিটিত" নাম লিখাই আকৌ এবেলি ডিগ্ৰীৰ যাত্ৰাৰ আয়োজন কৰিছে। আৰু প্ৰণৱে সেই যাত্ৰাতে কোনো ৰকমে সাৰি গৈ, অত বছৰে সকবেপৰা পঢ়ি পঢ়ি তাপৰি পৰি জীৱনটোক আৰু যেছি ছুবলৈ টানিব নুখুজি, কম আয়াসতে নিজৰ ঘৰৰ কাষৰে ল' কলেজটোত নামটো ভৰ্ত্তি কৰি লৈ, এবেই বাতিপুৱা সুৰাৰ লগতে অভ্যাস ৰাখি ক্লাছলৈ এবেলি অহা-যোৱা কৰিছে মাথোন।

প্ৰণৱে আচৰিত হৈ কলে, এই তিনি মাহতে হেনো বিমানৰ মনত এটা আচৰিত পৰিবৰ্ত্তন হৈ গৈছে। কলিকতীয়া জীৱনে বিৰ পৰাকৈ তাৰ মনৰ অৱস্থাৰ এটা সলনি আনি পেলাইছে। আগতে

পঙ্কজৰ নিচিনা এজন ডেকাৰ লগত তাৰ মনৰ সমন্বয় ঘটিব কেনেকৈ ?

এটা অদ্ভুত, লঘু আভিজাত্যৰ প্ৰতিমূৰ্ত্তি পঙ্কজটো। সদায় প্ৰকাশ কৰিবলৈ বিচৰা বিকৃত ৰুচিৰ এটা নাটকীয় ভঙ্গী তাৰ স্বভাৱত। নিজকে নিজে সুন্দৰ দেখুৱাবলৈ কৰা ছোৱালীৰ দৰে সকলো সময়তে এটা মনৰ চেষ্টা। গাত বেছি দামী বিলাতী কাটৰ আপ-টু-ডেট ছুট। হাতত সদায় এটা জ্বলা-ছিগাৰেটৰ সৈতে এটা ছিগাৰেটৰ ভৰা টিন। বাউসিৰ তলত যতে ততে সদায় এখন ৰঙ বোলোৱা বেটু-পাতৰ নাম কৰা লিখকৰ ইংৰাজী নভেল। মুখত সদায় আমেৰিকান ইংৰাজীৰ "ইয়াঙ্কি," "শ্লেঙ্"। কথাই কথাই অবিৰল"হলিউদৰ" আৰু লগতে মুখস্থ মতা ছিনেমাৰ এক্টৰ-এক্ট্ৰেছবোৰৰ "ডাইভোৰ্ছ কেছৰ ষ্টেটিছটিক্সৰ" আৰু সকলোতকৈ জঘন্য হৈছে তাৰ ভাৰতীয় নৃত্য আৰু "পেইন্টিঙৰ" বিষয়ে জোৰ দি কৰা বক্তৃতা।

প্ৰণৱৰ গল্পত বাধা দি, মই অলপ ব্যঙ্গৰ আভাসেৰে কলোঁ,

"বোধকৰোঁ প্ৰথমৰপৰাই পঙ্কজক তুমি প্ৰেমৰ প্ৰতিদ্বন্দ্বী হিচাবে লৈছিলা, প্ৰণৱ! সেয়ে তোমাৰ চকুৰ আগত সি এনেকুৱা এটা কদৰ্য্য জীৱন্ত বহুৱাৰ দৰে হৈ উঠিছিল। বিদ্বেষৰ চকুৰে চালে মানুহক সদায় এইদৰে হীন দেখি।"

প্ৰণৱে মোৰ মনঃৰৰত দোষ ধৰি, তাৰ নিজৰ অভিমত দি কলে,

"সেইটো তোমাৰ ভুল, ৰঞ্জিত। বিদ্বেষতহে মানুহে অকল মানুহক নিখাৰ্দ প্ৰকৃত ৰূপটো দেখা পায়—যথমৰ, স্বাৰ্থৰ ভুল মায়াজালৰ মাজেৰে নহয়।"

শুনাই প্ৰতিবাদ নকৰি, প্ৰণৱৰ অভিমতটো মই মুখৰ হাঁহিৰেই সমৰ্থন কৰি, নিৰৱ হলোঁ। প্ৰণৱে সন্তুষ্ট হৈ আকৌ তাৰ গল্পটো আগৰ দৰেই কৈ গ'ল।

তথাপি প্ৰণৱে, বিমান তাৰ ইমান দিনৰ বন্ধু বুলি সদায় বিমানক লগ পাবলৈ জাহ্নবীহঁতৰ ঘৰলৈ গৈছিল। একলগে দুটা আকৰ্ষণ, এটা বিমান, এটা আগৰ দৰেই জাহ্নবী। গতিকে নগৈ সি পাৰে কেনেকৈ ? তাতে জাহ্নবীৰ বিশেষ অনুৰোধ। বিমান আৰু পঙ্কজ অহাৰ প্ৰথম দিনাই ৰাতি জাহ্নবীয়ে প্ৰণৱক কৈছিল,

"কি "ইম্প্ৰেছিভ্" বিমানদাৰ নতুন বন্ধু, প্ৰণৱদা ! এটা যেন ডাঙৰ ব্যক্তিত্বৰ আভাস আছে। নীৰস এম-এছ-ছিৰ ছাইন্সৰ ছাত্ৰ হৈও আৰ্ট সম্বন্ধে ইমান গভীৰ জ্ঞান। বিশ্ব-সাহিত্যৰে যেন এটা ডাঙৰ "অথৰিটি !" মডাৰ্ণ "ছেক্স" নভেলবোৰৰ হেভ্‌লক ইলিছৰ "ছাইকোলজিৰ" সৈতে কি সুন্দৰ ব্যাখ্যা দিব পাৰে ! হেভেলৰ ইণ্ডিয়ান্ আৰ্টৰ কথাবোৰ একেবাৰে তেওঁৰ যেন মুখৰ আগত। আৰু ভাৰতীয় নাচৰ কথা সম্পূৰ্ণভাৱে "ইক্সপাৰ্ট" হৈ যেন অনৰ্গল কৈ যাব পাৰে। কিমান নতুন কথা শিকিলো মই আজিৰ দিনতে। ৰাগিণী-দেৱীৰ পাৰ্ব্বতী নাচৰ হাতৰ মুদ্ৰাবোৰ কিমান সোনকালে তেওঁ মোক শিকাই দিলে। বাস্তৱিকে এইবাৰ পূজাৰ দিনবোৰ সঁচাকৈয়ে আমাৰ বৰ সুখৰ হব যেন পাইছোঁ।"

"ইম্প্ৰেছিভ", "ইক্সপাৰ্ট," "ব্যক্তিত্ব," কথা কেইটি যেন প্ৰণৱৰ প্ৰাণত এটা নতুন আঘাত দি ভিতৰলৈ সোমাই গল। প্ৰণৱে চুপেৰে ভাবিলে, জাহ্নবীৰ মন কেতিয়াবাৰা নো ইমান পাতল হবলৈ পালে। ব্যক্তিত্ব ? জগতত যদি পঙ্কজৰ ব্যক্তিত্ব আছে ভেবেহলে

আলিবাৰ্টৰ "ছেনাছুৰবালা" এটাৰো ব্যক্তিত্ব থাকিব পাৰে। সঁচা-কৈয়ে ছোৱালীবোৰৰ মনবোৰ ইমান বেগত স্পন্দিত হয় কেলেই? সিহঁতৰ বিজনিত সদায় এইদৰে চিন্তা-শক্তি নাথাকে কেলেই?

প্ৰণৱৰ অন্তৰত একুৱা ঘোৰ প্ৰতিদ্বন্দ্বিতাৰ জুই উমাই উঠিল সম্মুখ সমৰত পঙ্কজৰ লগত ফেৰ মাৰি থিয় দিবলৈ মন গল। এবাৰ সকলো বিষয়তে বিজনিত উঠি পঙ্কজৰ লগত তাৰ নিজৰ গূঢ় জুখি চাবলৈ ইচ্ছা গল। পঙ্কজ আৰু প্ৰণৱ! প্ৰণৱ আৰু পঙ্কজ কাৰ অন্তৰত কিমান প্ৰগাঢ়তা আছে, কাৰ ব্যক্তিত্বত কিমান গভীৰতা আছে, কাৰ পৌৰুষত কিমান উৎকৰ্ষতা আছে, সহজ কথাত কোনে বেছি কৃতিত্বৰে জাহ্নবীৰ প্ৰেমৰ দাবী কৰিব পাৰে!

চাওঁতে চাওঁতে জাহ্নবীহঁতৰ ঘৰত ঈৰ্ষ্যাৰ এখন ডাঙৰ প্ৰতিদ্বন্দ্বিতাৰ যুঁজ আৰম্ভ হ'ল। প্ৰতিদ্বন্দ্বী হিচাবে দেখা দিলে ডুকাষৰণৰ পঙ্কজ আৰু প্ৰণৱে, মাজত পুৰস্কাৰ জাহ্নবী।

প্ৰণৱে নিজে "চেলেঞ্জ" কৰি জাহ্নবীহঁতৰ "ক'ৰ্টত" পঙ্কজৰ "নিল ছে'ট" দিবলৈ চেষ্টা কৰি আপ্ৰাণ খেলিবলৈ আৰম্ভ কৰে জাহ্নবীয়ে হাঁহি হাঁহি মাজত থিয় দি "আম্পায়াৰ" হৈ "পইণ্ট" গণে। 'ব্ৰীজত' সদায় বিপৰীত লগৰীয়া লৈ প্ৰণৱে পঙ্কজৰ বিকল্পে থিয় দিয়ে; আৰু জাহ্নবীয়ে ভীৰণ যেমালি পাই স্ফূৰ্ত্তি কৰি দুয়োৰে হৰা-জিকা লক্ষ্য কৰি যায়। মটৰৰ 'স্পীড ৰেকৰ্ড' লবলৈ দুয়ো সদায় জাহ্নবীক মাজত বহুৱাই লৈ "টেষ্ট" আৰম্ভ কৰে আৰু জাহ্নবীয়ে মাজত বহি বহি সদায় সেই "থ্ৰিল" উপভোগ কৰি যায়। সেইদৰে সদায় সন্ধিয়া ড্ৰয়িং-ৰুমত, জাহ্নবীক সম্মুখত লৈ, প্ৰণৱে তাৰ কণ্ঠৰ সকলো নিহিত সুৰৰ সমাবেশ নিঃশেষ ক'

ঢালি দিয়ে, পঙ্কজে তাৰ অন্তৰ সকলো লীলায়িত ভঙ্গী বিকশিত কৰি কোনোবা শাপমুক্তা উৰ্ব্বশীকে যেন উদ্ধাৰ কৰিবলৈ ঘোৰ সাধনা আৰম্ভ কৰে।

পঙ্কজ আৰু প্ৰণৱৰ প্ৰতিদ্বন্দ্বিতাত জাহ্নৱী আৰু বিমানহঁতৰ ঘৰখন পূজাৰ বজাৰৰ আনন্দ উৎসৱৰ উপৰিও এটা অদ্ভুত উগ্ৰ উত্তেজনাত অত্যন্ত উত্তেজিত হৈ উঠিল। আজীৱনেই ঘৰত স্বাধীনতাৰ আদৰ্শ দাঙি ধৰা, উদাৰচিতীয়া, ঘৰৰ গিৰিহঁত বুঢ়া জজ চৌধাৰী ডাঙৰীয়াই, তাকে লক্ষ্য কৰি, দুবৰপৰা মাথোন তেওঁৰ বিপুল মুখৰ প্ৰকাণ্ড বৰ্ম্মা চুৰটৰ ফাঁকেদি অলপ ক্ষীণ হাঁহিৰ ৰেখাৰ পোহৰ দেখুৱালে। আৰু নগৰত নাৰী প্ৰগতিৰ কৰ্ণধাৰিণী মিছেছ চৌধাৰীয়ে মাথোন এবেলি সমুখলৈ ওলাই আহি তেওঁৰ বিগত যৌৱনৰ ম্লান চকু দুটিৰ সৌন্দৰ্য্যেৰে নিজৰ দুহিতাৰ প্ৰখৰ চকু দুটিলৈ চাই এটা অৰ্থপূৰ্ণ কুটিল ইঙ্গিত দি ভিতৰলৈ সোমাই গ'ল। তাৰ বাহিৰে, বিমানৰ লগতে, ঘৰৰ সাধাৰণ সকলোৱে সেই নতুন উন্মাদনাক পূজাৰ স্ফুৰ্ত্তিৰে অন্তৰ্গত আনন্দোৎসৱ বুলি সহজভাৱে বুজিবলৈ চেষ্টা কৰিলে। আৰু জাহ্নৱী? কেৱল জাহ্নৱীয়ে যেন সকলো কথা উপলব্ধি কৰি সেই উদ্দামতাৰ সোঁতৰ মাজত পিয় হৈ, দুজন ডেকাৰ হাতৰ দুয়োপিনৰ পৰা পোৱা আনন্দৰ পুষ্পাঞ্জলি একে সমানভাৱে বুটলি লৈ, সেই ঈৰ্ষ্যাৰ প্ৰতিদ্বন্দ্বিতাক আৰু বেছি উৎকট কৰি তুলিলে।

জাহ্নৱীৰ নিজৰ কল্পনাত, বিমানৰ সাহচৰ্য্যত, প্ৰণৱ আৰু পঙ্কজ দুয়োৰে সংযোগত, পূজাৰ চাৰিওটি দিন অপাৰ আনন্দ আৰু বিবিধ চাঞ্চল্যৰ "প্ৰগ্ৰেমৰ" মাজেদি বাগৰি গল। সকলোৱে মিলি প্ৰতি

দিনে, প্ৰতিটি পৰে ষোড়শোপচাৰে, অকল যেন একেটি প্ৰতিমাৰে পূজা কৰিলে, অৰ্ঘ্য দিলে, মনোৰঞ্জনৰ চেষ্টা কৰিলে।

তথাপি জাহ্নবীৰ তৃপ্তি নহল, ক্লান্তি নাহিল, অৱসাদে দেখা নিদিলে; কাৰো হাতত তথাপি জাহ্নবীয়ে দেখুৱাই প্ৰকাশ্যে প্ৰতিদ্বন্দ্বিতাৰ জয়মাল্য তুলি নধৰিলে। অকল উচ্ছ্বাসৰ পুলকৰ প্ৰখৰ গতিৰ মাজত, একেদৰে আগৰ ভাৱেৰেই উটি গৈ থাকিল; যেন ভৰা নুইতত উটি অহা বানৰ সোঁতত ভাহি যোৱা এডালি অস্থিৰ লতা;—দুজন ডেকাৰ দুখন কান্ধৰ ওপৰত উলাহৰ দুখনি হাত। এজন পঙ্কজ আৰু আনজন প্ৰণৱ।

জয়ৰ "নিচা" ক্ৰমাম্বয়ে প্ৰণৱৰ বুকত আগ্নেয়গিৰিৰ ধোঁৱা তুলি বেছি প্ৰবল হৈ উঠিবলৈ ধৰিলে। প্ৰণৱৰ জীৱন-মৰণৰ পণ হল, যেনে তেনেকৈ পঙ্কজক এই প্ৰতিযোগিতাত পৰাস্ত কৰিবই লাগিব। সকবেপৰাই একেলগে গভীৰ আত্মীয়তাৰ মাজত ডাঙৰ-দীঘল হোৱা, প্ৰণৱ আৰু জাহ্নবী। আশৈশৱ সিহঁতৰ দুয়োৰে অন্তৰৰ পৰিচয় আছে। পঙ্কজ মাথোন আজি হঠাতে উৰি আহি পৰা, দুদিনীয়া বাটৰ চিনাকি। তেনেস্থলত মাত্ৰ দুদিনৰ সুযোগ পাই পঙ্কজে জাহ্নবীক জয় কৰি গুচি যাব, ই প্ৰণৱৰ মনুষ্যত্বৰ, যৌৱনৰ অপমান।

সিদিনা, বিজয়াৰ সন্ধিয়া। সিদিনাও প্ৰতিযোগিতাৰ কোনো ফলাফল নিৰ্দ্ধাৰিত হৈ ওলোৱা নাই। প্ৰণৱৰ হেণাহ আছিল

এই বিজয়াৰ দিনটোকেই তাৰ জীৱনৰ এটা চিৰস্মৰণীয় দিন কৰি তোলা। বিজয়াৰ বিসৰ্জ্জনৰ সন্ধিয়াৰ স্ফূৰ্ত্তিৰ আয়োজনৰ মাজেদিয়েই তাৰ নিজৰ ব্যক্তিত্বৰ বিশেষত্বখিনি জাহ্নবীৰ চকুৰ আগত দাঙি ধৰা; যাতে, তাৰ পিছত আৰু কোনো দিনেও পঙ্কজৰ লগত প্ৰতিদ্বন্দ্বিতাত থিয় হোৱাৰ দৰে ঘৃণনীয় কাম এটিৰ কেতিয়াও তাৰ প্ৰয়োজন নহয়।

বিসৰ্জ্জনৰ ঘাটত, কিছু আঁতৰৰপৰাই কৰ্ম্মনাশাৰ ওচৰলৈকে সুন্দৰ দীঘল বহল বালিৰ চৰ পৰিছে। অলপ নাৱেৰে ঘাটৰ পানীখিনি পাৰ হৈ গলেই সেই বালি-চৰত নিৰাপদে খোজ কাঢ়ি ফুৰিব পাৰি। প্ৰণৱে ভাবিলে, এই ঘাটৰ আগৰ পানীৰ ঘূলিখিনিতে প্ৰতিমা উটুৱা অহা অসংখ্য মানুহৰ নাৱে গিজ্ খাই পৰিব। হয়তো ভাত চাবলৈ নাৱৰ মাজত মুকলিমুৰীয়াকৈ ফুৰিবলৈ অকণিও সন্ধিয়েই নোপাব পাৰে। কিন্তু যদি নাৱেৰে পাৰ হৈ আহি, এই বালি-চৰত কেম্প সাজি, পাৰৰ বিসৰ্জ্জনৰ দৃশ্য চাবলৈ পৰা হয়, তেনেহলে বাস্তৱিকেই সি বৰ উপভোগ্য হব। আৰু তাৰ লগে লগে সময়ে সময়ে যদি বালিৰপৰা নামি, নাৱত উঠি বালিৰ কাষে কাষে ফুৰা হয়, তেনেহলে আনকি পাৰৰপৰাও সকলোৱে সেই স্ফূৰ্ত্তি দেখি ঈৰ্ষান্বিত হব।

জাহ্নবী নাৱৰ মাজত বহি থাকিব; প্ৰণৱে নাৱৰ দীঘল দীঘল ভাৰ মাৰি, নৈৰ ঢৌ কাটি যাব। হয়তো পানীৰ ঢৌ দেখি জাহ্নবীয়ে কেতিয়াবা ভীষণ ভয় পাই চিঞৰিব খুজিব, হয়তো কেতিয়াবা প্ৰণৱৰ বাউসিলৈ চাই, তাৰ পুৰুষ-সুলভ শক্তি প্ৰশংসা কৰিব। প্ৰণৱে বেছি উন্মাদনাৰে নৈতে নৈৰ আৰু বেছি ভয়াবহ

ঠাইলৈ নাও উজাই নিব আৰু মনৰ আনন্দত অধীৰ হৈ হাঁহি হাঁহি, নিজৰ ডিঙিৰপৰা বাইনোকুলাৰৰ 'ষ্ট্ৰেপ'ডাল সোলোকাই আনি, জাহ্নৱীক পাৰৰ দৃশ্য উপভোগ কৰিবলৈ কব।

প্ৰণৱে যিমানেই এই কল্পনাৰ কথা ভাবিলে সিমানেই তাৰ মনত এই কল্পনাক জীৱন্ত কৰি তোলাৰ লিপ্সা বলৱতী হৈ উঠিল। সি ভাবি ভাল পালে যে এই দৃশ্যত, এই কৃতিত্বত, তাৰ গৌৰৱ অকলে নিজৰ। তাত পঙ্কজৰ কোনো স্থান বা প্ৰতিযোগিতা নাই। আচহুৱা, অচিনাকি ঠাইৰ মানুহ পঙ্কজ, মাজ ব্ৰহ্মপুত্ৰৰ পানীৰ লগত জীৱনৰ তাৰ কোনো দিনৰে সম্বন্ধ নাই। কিন্তু এই একে ঘাটৰে লুইতৰ পানীৰ সোঁতৰ খুন্দা খাই খাই প্ৰণৱৰ গোটেই শৰীৰৰ অৱয়ৱটোৱেই যেন গঢ়ি উঠিছে।

বিসৰ্জ্জনৰ গধূলি লাহে লাহে ওচৰ চাপি আহিল। প্ৰণৱে তাৰ বহু আগৰেপৰা নিজে ডাৰ মাৰি মাৰি নাৱেৰে গৈ, কেৰা-বেলিও বালিৰ চৰলৈ টেবিল-চেয়াৰ কঢ়িয়াই নি, দুয়ো ঘৰৰে মানুহ জোৰাকৈ এটা প্ৰকাণ্ড কেম্পঘৰ সজাই তুলিলে। আৰামৰ, আনন্দৰ আৰু "চখৰ" কোনো বস্তুৰে তাত বাদ নপৰিল।

জনতা পাৰত লাহে লাহে এটি এটিকৈ জুম্ খাই, নানা বৰণৰ নতুন সীমাৰেখা এটা গঢ়ি ঘাটৰ একোকে নেদেখাকৈ ঢাকি পেলালে। কেৱল চকুৰ আগত ভাহি উঠিল যেন আনন্দৰ আৰু অহিৰ্তাৰ বিচুমান ঢৌ, কোলাহল কৰি সেই বিৰাট জন-সমুদ্ৰৰ মূৰৰ ওপৰে ওপৰে ভাহি ফুৰিবলৈ ধৰিছে।

আৱেগত, উৎকণ্ঠাত, পাৰত বাট চাই থকা প্ৰণৱৰ নাৱত আহি সময়ৰ মূৰত এজন এজনকৈ সকলোৱে ভৰি দিলে। বুঢ়া জজ, মিছেছ চৌধাৰী, বিমান ; তাৰ নিজৰ মাক, দেউতাক, ভনীয়েক, সকলোৱে নানা কোলাহল আৰু আনন্দ কৰি প্ৰণৱক সম্বৰ্দ্ধনা জনাই, নিজৰ ঠাই উলিয়াই নাৱৰ ওপৰত উঠি বহিলহি। কিন্তু যাৰ কাৰণে প্ৰণৱৰ ইমান আয়োজন, ইমান কল্পনা, অন্তৰৰ ইমান অভিলাষ, সেই প্ৰতিযোগিতাৰ ৰাণী জাহ্নবীয়েই কিবা কাৰণত অনুপস্থিত আৰু লগত পঙ্কজো নাই।

হতাশাত, ব্যৰ্থতাত, সম্পূৰ্ণ মুহ্যমান হৈ প্ৰাণহীন ভাৱে প্ৰণৱে কোনো ৰকমে নাওখন বালিৰ মাজুলীলৈ বাই নিলে আৰু পাৰত উঠি, একাষৰীয়াকৈ খোজ কাঢ়ি আহি, বিমানক মুখৰ সমুখত লৈ সুধিলে,—আক্ষেপত, ব্যথাত, দৰদত, বিহ্বল হৈ,—"জাহ্নবী? জাহ্নবী ক'ত? বিমান!"

হাঁহিত, ঠাট্টাত, তাচ্ছিল্যত, শ্লেষ্মাৰ ভঙ্গিমাৰে কলে বিমানে,

"ঘৰত জাহ্নবী আৰু পঙ্কজ, পঙ্কজ আৰু জাহ্নবী দুয়ো "লাভ ছিক"। এটাৰ মূৰৰ বিষ ; ইটোৰ ভৰিত "স্প্ৰেইন"। ডেকা বয়সত বৰ বেছিকৈ 'ইন্‌স্প্ৰেছড" হ'লে বি হয় সেয়ে। মুঠতে দুয়োৰেই এটা ফাঁকি, এটা ফন্দি কৰি ঘৰত নিৰ্বিঘ্নে থাকি যোৱাৰ' ইচ্ছা, এয়েই কথা। নাজানিছিলো, জাহ্নবীজনী ইমান সোনকালে ধৰা দিয়া ছোৱালী বুলি। পঙ্কজ ধুমুহাৰ দৰে এদিন আহি আগত, ওলাল আৰু জয় কৰি উৰুৱাই লৈ গুচি গ'ল। "দাদাৰো" বিশেষ আপত্তি নাই। তেওঁৰ বহুদিনীয়া পুৰণি বন্ধু যোৰহাটৰ বিখ্যাত ডি-পিৰ লৰা পঙ্কজ। "মা"ই তো হাঁহি হাঁহি "পাত্রিকণি" আছে

সকলোৰে আগত "ডিক্লেয়াৰেই" কৰি দিলে। পঙ্কজ লগত জাহ্নৱী "এন্‌গেজড্‌। অহাবাৰেই এম্‌-এচ ছি দি উঠি পঙ্কজে ছেফিল্ডলৈ "ছেইল" কৰিব আৰু বিলাতৰ পৰা উভতি আহিলেই দুয়োৰে এখন প্ৰকাণ্ড 'লাভ মেৰেজ' হৈ যাব।"

ধৈৰ্য ধৰি, বাহিক কোনো অভিব্যক্তি নেদেখুৱাই প্ৰণৱে কথাবোৰ বৰ মনোযোগেৰে এটি এটি কৈ শুনি গ'ল। হাজাৰ দমাই ৰাখিব খুজিলেও এটি বিৰাট তিক্ততাই তাৰ মনৰ সকলো সংযম ভাঙি বিদ্ৰোহ তুলি উঠিল।

প্ৰণৱে ভাবিলে, ছোৱালীবিলাকৰ মনবোৰ কেলেই সদায় এনেকুৱা উতনুৱা? ইমান তৰাং কেলেই সদায় সিহঁতৰ অনুভূতিৰ গতিবোৰ? দকৈ ভাবি চাবলৈ, মানুহ এজনক সম্পূৰ্ণৰূপে বুজিবলৈ সদায় কেলেই এইদৰে সিহঁত অসমৰ্থ? মানুহজনৰ বাহিকটো ভেদ কৰি অন্তৰখন চিনি পাবলৈ সিহঁতৰ চকুত গধুৰ দৃষ্টি নাই কিয়? সদায় যেন পানীৰ ওপৰত ভাহি ফুৰা তেলৰ টোপালবোৰৰ দৰে সিহঁতৰ মনৰ ভাববিলাক। যিপিনেই অকণি ঢৌ, হেন্দোলনি লাগে, সিপিনেই লাহেকৈ স্পন্দিত হৈ বাগৰি যায়।

যিমানেই প্ৰণৱে মন দি ভাবিলে সিমানেই জাহ্নৱী তাৰ চকুৰ আগত লোভনীয়, আদৰণীয়, কামনাৰ এটা দুষ্প্ৰাপ্য দুৰাশাৰপৰা জাঁতৰি জাঁতৰি লাহে লাহে হীন হৈ হৈ, এটা মূল্যহীন নিকৃষ্ট অন্তঃসাৰশূন্য পদাৰ্থৰ দৰে হৈ আহিবলৈ ধৰিলে। সি ভাবিবলৈ

চেষ্টা কৰিলে, জাহ্নবীৰ লগত এই জীৱনত যেন তাৰ কোনো দিনেই কোনো পৰিচয় হোৱা নাছিল আৰু পিছতো আজীৱনেই তেনেকৈ চিৰ অপৰিচিতৰ দৰেই সি সদায় বৈ যাব। আৰু কোনো দিনেও কোনেও জাহ্নবীহতৰ ঘৰত শুনাই যেন তাক মুৰ সুমুওৱা দেখা নাপায়। জাহ্নবীবো সন্মুখত সি আৰু কেতিয়াও দেখা নিদিয়ে। জাহ্নবীয়ে জীৱনত যাকেই প্ৰেমৰ প্ৰাৰ্থী বুলি বাছি লৈছে, তাকেই লৈ চিৰ দিনেই সুখেৰে থকু। তাত সি একো হুকা-বাধা নকৰে।

গভীৰ ব্যৰ্থতাৰ মাজতো, দহজনৰ স্ফূৰ্ত্তিৰ লগত ম্ৰিয়মাণ প্ৰাণ খুলি যোগ দিয়া সম্ভৱ, প্ৰণৱে সিমান স্বচ্ছন্দভাৱে সকলোৰে আনন্দৰ লগত নিজে যোগ দিলে। কোনোবাই লক্ষ্য কৰিলে, বুজাবলৈ চেষ্টা কৰিলে, সি যেন অকণিও ক্ষুব্ধ হোৱা নাই, অকণিও আঘাত পোৱা নাই, আগৰ দৰেই সম্পূৰ্ণ সুস্থ, অবিচলিত হৈ আছে, এনে ভাব দেখুৱাবলৈ মনটোক ভিতৰৰপৰা বাৰ্হি সি প্ৰবোধ দি বুজাবলৈ চেষ্টা কৰিলে। পুৰুষ সি। জাহ্নবীৰ দৰে একনী সামন্য ছোৱালী নহয়। কিজানি, তেনে-কুৱা কত শত ছোৱালীয়ে এতিয়াও তাৰ মৰম কামনা কৰিব লাগিছে আৰু কৰিব।

স্বাভাবিক হৰ্ষ আৰু আমোদৰ মাজেৰে বিসৰ্জ্জনৰ বিষাদৰ সৰু নাটিকাখনি শেষ হৈ গ'ল। সকলোৱে ব্যস্তভাবে ঘৰা-ঘৰি যাবলৈ আলিবাটত জুম বান্ধি "যোৱাৰ আয়োজন" বিচাৰি, বিপুল আড়ম্বৰ লগাই দিলে। প্ৰণৱো তাৰ নিজৰ পৰিয়ালৰ লগে লগে আহি, সুস্থিৰতাৰ নিশ্বাস পেলাই, লাহেকৈ সহজ গতিৰে সিহঁতৰ নিজৰ মটৰত উঠি বহিল যেন সঁচাকৈয়ে সিহে অকলে, অন্তৰৰ বাস্তৱ প্ৰতিমা এখনি ক'ৰবাত বিসৰ্জ্জন দি আহি, নিৰ্লিপ্ত মনেৰে ঘৰলৈ যাবলৈ ওলাইছে।

কিন্তু প্ৰণৱৰ মনৰ ইচ্ছা পূৰ্ণ নহ'ল। সি আপোন ভাবেৰে তাৰ মনৰ ভাবৰ গতিৰ লগত উটি যাব নোৱাৰিলে। দুয়ো পৰিয়ালৰ মিলিত আলোচনাত, বিমানৰ নিজৰ অনুৰোধত, বিমানৰ "পাপা" আৰু মাৰ আহ্বানত বিজয়াৰ বছেৰেকৰ মুৰৰ এটি সন্ধিয়াৰ কাৰণে, সকলোৱে মিলি আকৌ জাহ্নবীহঁতৰ ঘৰলৈকে 'বিজয়াৰ প্ৰীতিসম্মিলনী'লৈকে যাবলৈ বাধ্য হ'ল। হঠাতে ধৰা পৰি যোৱাৰ অনিচ্ছাত প্ৰণৱেও মনৰ ঘোৰ আপত্তিৰেও তাত সন্মতি নজনাই অইন একো কৰাৰ কোনো পথ নেদেখিলে।

ঘৰ পাই কিন্তু, সম্পূৰ্ণ নিৰ্ভীক, অবিচলিতৰ দৰে অভ্যস্ত উল্লাসৰ গতিত, প্ৰণৱে বিমানৰ সৈতে জাহ্নবীৰ পঢ়া-কোঠালৈকে আগেয়ে সকলোৰে আগতে আগবাঢ়ি গ'ল আৰু বিমানৰ লগত, একে স্বচ্ছন্দভাবেৰে বিনা সঙ্কোচে কোঁঠালীৰ পৰ্দ্দা দাঙি ভিতৰলৈ প্ৰৱেশ কৰিলে।

জাহ্নবীৰ চলি থকা নৃত্যৰ লহৰী, হঠাতে বাধা পাই আকস্মিক ৰকমে বন্ধ হৈ গল। দেহৰ আঁৰে আঁৰে থাকি অঙ্গৰ বিচিত্ৰ ভঙ্গী শিকাই থকাৰ ঠেওতে পঙ্কজে ৰব কষ্টেৰে বৈ থিয় দিলে। সকলোকে দেখি, জাহ্নবীয়ে অঙ্গৰ লীলায়িত প্ৰকাশ সামৰি পেলাই স্থিৰ হৈ, সহজ গতিৰে মাতি সম্বোধন কৰিবলৈ হাহিৰ চেষ্টা কৰিলে। ওচৰতে টেবিলৰ ওপৰত ইছাডোৰাৰ “মাই লাইফ”খন, আমেৰিকাৰ “সাগৰ নৃত্যৰ” বৰ দীঘল বিৱৰণটোৰে সৈতে মেল খাই পৰি ৰ'ল।

বিমানে তাৰ কণ্ঠৰ সকলোখিনি বলেৰে, গোটেই ঘৰটোকে থলক লগাই হাঁহি হাঁহি চিঞৰি কলে.

“বাঃ! কি সুন্দৰ তইতৰ দুৰভিসন্ধি! এয়েই বোধকৰো সুৰ-কামোৰণি আৰু ভৰিৰ বিষ, নহয়নে? ঘৰ-দুৱাৰ বন্ধ কৰি লৈ এই বিজয়াৰ নিচিনা দিন এটাতো বাহিৰৰ স্ফূৰ্ত্তিলৈ পাছ দি, ড্ৰয়িং ৰুমৰ নীলা লাইটত একেলগে ইছাডোৰাৰ সঙ্গীত চৰ্চ্চা! বোধকৰো এতিয়াহে উদয় শঙ্কৰে অসমলৈ আহি লাজ পাই উভতি যাব লাগিব।”

জাহ্নবীয়ে নিজক সামৰি লৈ অলপ হাঁহি, প্ৰণৱৰ কাষলৈ আগ বাঢ়ি আহি যেন এটা দোষৰ “জবাব” দিয়াৰ দৰে তাৰ মুখলৈ চাই কলে,—

“সচাকৈয়ে প্ৰণৱদা, ভীষণ সুৰ-কামোৰণিত মই ছোকাত সুৰটো পেলাই শুই আছিলো। তেখেতে কাষতে বহি, মোক ইছা ডোৰাৰ এই কিতাপখনৰপৰা “সাগৰ-নৃত্যৰ” সেই অপূৰ্ব্ব বৰ্ণনাটো মোক পঢ়ি শুনাইছিল। হঠাতে গ্ৰীক্ এফ্ৰোডাইটৰ সেই কথাবোৰ পঢ়ি পঢ়ি

আমাৰ প্ৰাচ্য উৰ্ব্বশীৰ কল্পনাটো মোৰ মনত সজীৱ হৈ দেখা দিলে। সেয়ে দুয়ো’লগ লাগি তাকে অলপ নৃত্যৰ ভাষা দিবলৈ চেষ্টা কৰিছিলো। এনেতেই আপোনালোকে আহি পালে। সচা-কৈয়ে, উৰ্ব্বশীৰ সেই সমুদ্ৰৰ বুকু উথলি উঠা দৃশ্যটোৱে মোক বৰ “এপিল” কৰে। সেই কাৰণেই এই নীলা ছিল্কৰ ৰিহা-মেখেলাযুৰি মই লাইটৰ নীলা পোহৰৰ লগত খাপ খুৱাই মিলাই লৈছিলো। পাৰ ভাঙি পৰা সাগৰৰ ঢৌৰ উদ্বেলিত ভঙ্গিমাবোৰ কাপোৰৰ পাৰিৰ ঢউবোৰেৰে ফুটাই মুতুলিলে আৰু অইন একোৰেই তুলিব নোৱাৰি, নহয় জানো? আপুনি কি কয় প্ৰণবদা?”

অতি সংক্ষেপে প্ৰণৱে তাৰ উপস্থিতিৰ কামখিনি জাহ্নবীহঁতৰ ঘৰত শেষ কৰি পেলালে। একোতেই তাৰ মনত অকণিও আবেগ নালাগিল। যেন সেই ঘৰৰ ভিতৰে-বাহিৰে আনকি বা-বতাহতো তাৰ কাৰণে কোনো আকৰ্ষণ নাইকিয়া হৈ পৰিছে। তাত কেৱল প্ৰাণৰ আৰু কোনো উন্মাদনাৰে সবল সি বিচাৰি নাপায়। জাহ্নবী আৰু পঙ্কজ, পঙ্কজ আৰু জাহ্নবী যতে একেলগে থাকে, সেই ঠাইৰ বায়ু-মণ্ডল সি যেন আৰু সহ্য কৰিব নোৱাৰে।

প্ৰণৱে কলে,

"সেই বোৱাই জাহ্নৱীইঁতৰ ঘৰলৈ তাৰ শেষ যোৱা। তাৰ পিছত লক্ষ্মী পূজা গৈছে, দীপান্বিতা গৈছে, কিমান আমন্ত্ৰণ-নিমন্ত্ৰণ গৈছে, কিমান কাবৌ-কাকুতি গৈছে, তথাপিও সেই ঘৰৰ দূষিত বায়ুৰ ভিতৰত আৰু সি ভৰি দিয়া নাই। এনেয়ে দূৰৰে-পৰা সি সকলো লক্ষ্য কৰিছে। জাহ্নৱীও আছে, পঙ্কজো আছে, ড্ৰয়িং ৰুমৰ নীলা লাইটটো আছে, সঙ্গীতৰ সুৰো তাৰ কাণলৈ ভাহি আহে, নৃত্যৰ পুলকো বতাহত উৰি ফুৰে, হাঁহিৰ হেন্দোলনিও আহি তাৰ কাণত পৰে। কিন্তু একোৱেই আৰু সেই ঘৰৰ চৌ-হদলৈ আকৰ্ষণ কৰি নিবলৈ পৰা নাই।

গল্পৰ মাজত জিৰণি লৈ, চকীখনত বেছি আৰামেৰে বহি প্ৰণৱে এটা ছিগাৰেট জ্বলালে। ময়ো নিজে ছিগাৰেট এটা জ্বলাই ধৰ তৃপ্তিৰে হুপি হুপি, ইমানখিনিলৈ শুনা গল্পটোৰ এটা মন্তব্য দিয়াৰ ইচ্ছাত, সমালোচনাৰ সুৰত কলোঁ,—

"নিৰ্ম্মমভাৱে প্ৰাণেৰে অনুভৱ কৰা হলেও, তোমাৰ গল্পটো পণৰ এটা সাধৰণ উপন্যাসৰ মামুলী ঘটনা। সেই একে এজন মতা আৰু এজনী তিৰোতাৰ প্ৰেমৰ, সৃষ্টিৰ আবহমান কালৰ পৰা চলি অহা, চিৰন্তন ত্ৰিভূজৰ, (ইটাৰ্ণেল ট্ৰাইঙ্গেলৰ) আদিম কথাটোৰ এটা নতুন উদাহৰণ মাথোন। যদি মোৰ আগত নকৈ, কাগজত লিখি গল্প আকাৰে ইয়াক ছপালাহেঁতেন, তেনেহলে বহুতে কলেহেঁতেন, অতি পুৰণি প্ৰেমৰ গল্প, তাৰ প্ৰয়োজনেই বা কি?

প্ৰণৱে তাৰ স্বাভাৱিক ভাবুকভাবে, অলপ উচ্ছ্বাসত কলে,

"প্ৰয়োজন যদি সুধিবলৈ যোৱা, জগতৰ বহু দৈনন্দিন কথাৰেই প্ৰয়োজন নাই, বন্ধিং! আৰ্টৰ কথা তো দূৰতেই থাওক। মানুহ

ওপজে ; কেইদিনমান জী থাকিবলৈ বৃথা চেষ্টা কৰে ; তাৰ পিছত নোৱাৰি মৰে ; তাৰেই বা প্ৰয়োজন কি ? তাৰ পিছত, পুৰণি এই চিৰ-সনাতন আৰু পুৰাতন পৃথিৱীত, নতুন বস্তু জানো কিবা আছে ? জগতত যি সত্য, যি শাশ্বত সি সদায় আদিম, সদায় পুৰণি। শেষত চোৱা প্ৰেমৰ কথা।—মানুহৰ জীৱনৰেই যদি প্ৰয়োজন বিচাৰি উলিয়াব নোৱাৰি, তেনেহলে প্ৰেমৰো উলিওৱা টান। আমি কেলেই সদায় প্ৰেমৰ গল্প কৰবলৈ বা লিখিবলৈ বেছি চেষ্টা কৰো, তাক মই বুজাই দিব নোৱাৰিম। কিন্তু এইখিনি মই বল দি কব পাৰো, যিমান দিনলৈ মানুহৰ স্বাভাৱিক প্ৰবৃত্তিবোৰ আজিৰ দৰে হৈ থাকিব, সিমান দিনলৈ, প্ৰেমেই মানুহৰ শ্ৰেষ্টতম অনুভূতি বুলি পৰিগণিত হব আৰু মানৱ কল্পনা আৰু শক্তিৰ যাবতীয় শ্ৰেষ্ঠ অৱদান এই প্ৰেমৰ মাজেৰেই পৰিস্ফুট হৈ উঠিব ।"

ইমান আবেগৰ এই উচ্ছ্বাসৰ পিছত মই আৰু প্ৰণৱক কোনো বাধা নিদিলো। সি আকৌ এবেলি গল্পৰ ছিগা আঁহডাল জুৰি লৈ, আগৰ ভঙ্গীতে একেদৰে কৈ গল। মই নিৰৱে একেদৰেই শুনি গলো।

প্ৰণৱে কলে,

বিজয়াৰ দিনৰপৰাই সি সঁচাকৈয়ে জাহ্নবীক তাৰ কল্পনাৰপৰা চিৰ-বিসৰ্জ্জন দিলে। জাহ্নবীৰ সকলো স্মৃতিকে সি অন্তৰৰপৰা চিৰদিনলৈ ধুই-মুছি পেলাবলৈ যত্ন কৰিলে, যেন জাহ্নবীৰ লগত তাৰ জীৱনৰ কোনো দিনেই প্ৰাণৰ আদান-প্ৰদান একোৱেই নাছিল। সি মনক একেদৰেই সান্ত্বনা দি গ'ল যে, জগতত তো জাহ্নবীয়েই অকল একনী ছোৱালী নহয়। হয়তো, জাহ্নবীৰ নিচিনা আৰু

কিমান হাজাৰে হাজাৰে ছোৱালী প্ৰণৱৰ কাৰণেই জীৱনত বৈ আছে আৰু তাৰ প্ৰাণৰ সামান্য এটি পুষ্পাঞ্জলিতে চিৰ কৃতজ্ঞ হৈ আজীৱনৰ কাৰণে তাৰ হাতত আত্ম-সমৰ্পণ কৰি নিজকে নিজে ধন্য মানিব।

তথাপি প্ৰণৱে কলে, তাৰ প্ৰাণত এটি সামান্য ভয় সদায় লুকাই আছিল। কিয়নো, তেতিয়াও বিমান আৰু পঙ্কজ কলিকতালৈ যোৱা নাছিল। যদি ইয়াৰ ভিতৰতে আহি বিমানে বুজিব পাৰি, মধ্যস্থতা কৰি কিবা ডাঙৰ এটা অনুৰোধ কৰি পেলায়, কিজানি প্ৰণৱৰ পক্ষে সেইটো প্ৰতিৰোধ কৰিবলৈ টানো হ'ব পাৰে! সেয়ে সি অতি ভয়ে, ভয়ে, বিমান কলিকতালৈ যোৱা দিনটোলৈ বাট চাই আছিল। কিয়নো, হাজাৰ হওক, আজি টনছিলৰ বিৰ. কালি এপেণ্ডি-ছাইটিছৰ উৎপাত, পৰহিলৈ ভনীয়েকৰ জ্বৰ, আৰু কিমান মিছা ফাঁকি দি গোটেই মানুহ এঘৰক ঠগ বথা যায়। মানুহৰ মনৰ ভাৱ যিমানেই উৎকট হয়, তাক ঢাকি ৰখা সিমানেই টান হৈ পৰে আৰু ঢাকি ৰাখিবলৈ গলেও তাক সিমান সহজেই ধৰা পৰা যায়।

সি যিকি নহওক, প্ৰণৱে এদিন গম পালে যে বিমানহঁতৰ কলিকতালৈ যোৱা দিন আহি পালে আৰু ঠিক সেইদিনাই সদলবলে বিমান, জাহ্নবী, পঙ্কজ আটাইকেইজনে ৰাতিপুৱাতেই প্ৰণৱহঁতৰ ঘৰ ওলালগৈ।

ঘৰ পায়ে, জাহ্নবীয়ে আগেয়ে আগ বাঢ়ি গৈ, প্ৰণৱৰ শোৱা আৰু পঢ়া কোঠালিৰ ভিতৰত সোমাই, প্ৰণৱক বিচনাতে আধা শুই চাহৰ কাপ হাতত লোৱা অৱস্থাতে পাই ভীষণ ঠাট্টাৰ ছলত কলে

"প্ৰণৱদা, কেতিয়াবাপৰা আপুনি বেমাৰৰ এইদৰে ডাঙৰ হস্পি-টেল এখন হৈ পৰিল আমাক কবনে ? আজি জ্বৰ, কাইলৈ ডাইৰিয়া, পৰহিলৈ লিভাৰৰ বিষ, কেতিয়াবাপৰা এইদৰে আপুনি সকলোবোৰ বেমাৰ গোটোৱাত লাগিল ? জগতৰ সকলো বেমাৰৰ বাহকে আপুনি নিজৰ অধীন কৰি লব খোজে নেকি ? আমি হব পায় আপোনাৰ ফাঁকি ধৰিব পৰা নাই ? আজি আপোনাৰ কোনো ওজৰেই নাখাটিব। সেই কাৰণে, সকলোকে লৈ এইদৰে সমদল কৰি আহিছোঁ। আজি বিমানদাহঁতৰ যোৱাৰ দিন ; গোটেই দিনৰ কাৰণে আপোনাক আমাক লাগেই। এনেকি মোৰ দৰে আপুনি আজি কলেজলৈকো যাব নোৱাৰে। আজি সম্পূৰ্ণৰূপে আমাৰ "হোলিডে পাৰ্ফমেন্স !" একেবাৰে সন্ধিয়া পাণ্ডুত সকলোকে বিদায় দি অহাৰ পিছতহে আপোনাক ছুটী দিয়া যাব।"

বিমানেও সেই একেই সুৰতে একে কথাকেই উত্থাপন কৰিলে। পঙ্কজেও লগে লগে তাকেই এবাৰ দোহাৰি কলে। অগত্যা কাৰো কথা পেলাব নোৱাৰি, প্ৰণৱে তথাপি অলপ তাচ্ছিল্যৰ ভাৱত উত্তৰ দিলে,

"জাহ্নবী, বিমানহঁত তো ছাউথ আফ্ৰিকা নাইবা হিমালয়ান কোনো এক্সপেডিশ্যনলৈ যাবলৈ ওলোৱা নাই। মাত্ৰ কলিকতালৈ যাবলৈ ওলাইছে। তাতেই ইমান বিৰাট আড়ম্বৰ কিহৰ ? যিহক তোমালোক সকলোটিৰেই অনুৰোধ কৰিছা যেতিয়া মই নিশ্চয় এবেলি যোৱাৰ পৰত গধুলি গৈ দেখা দিম। কিন্তু তাৰ কাৰণে গোটেই দিনকে এইদৰে নষ্ট কৰাটো মই কোনো যুক্তিয়ে সমৰ্থন কৰিব নোৱাৰো। আজি-কালি মোৰ সময়ৰ লঁচাটকৰে বৰ নাটনি !"

দুয়ো পক্ষৰ নানা বাক্-বিতণ্ডাৰ পিছত, দোমোজাঁৰাইক মাজতে এটা মীমাংসা হৈ গল। ঘোৰ অনিচ্ছাত প্ৰণৱে তেতিয়া বিমানহঁতৰ ঘৰলৈ নগলেও, ন বজাত কলেজৰপৰা আহি গোটেই দিনটোৱেই জাহ্নবীহঁতৰ ঘৰত কটাবলৈ স্বীকাৰ কৰিবলগীয়া হ'ল। দুপৰীয়া ভাতলৈ নিমন্ত্ৰণ। তাৰ পিছত সকলোৱে মিলি-জুলি অলপ পুৰণি কথা-বতৰা, আলাপ-আলোচনা, লঘু গান-বাজনা আৰু স্ফূৰ্ত্তি। তাৰ মাজতে আবেলি আকৌ একেলগে চাহ। আৰু সমশেষত পাণ্ডুঘাটত কিছুদিনলৈ পৰস্পৰৰ এৰা-এৰি।

কিবা দুৰ্ব্বলতা এটাত পৰি, একোতেই প্ৰণৱে এই দিনটোৰ কাৰণে নিজক কঠোৰ কৰিব নোৱাৰিলে। কিছু কোমল হলেও, সি মনক প্ৰবোধ দিলে—আজিৰ দিনেই মাথোন সেই ঘৰৰ লগত তাৰ শেষ সংস্পৰ্শৰ দিন। আজিৰ দিনতে বিমানৰ লগত এই শেষ মায়াটো তাৰ ছিন্ন হৈ গলে, আৰু তাক দুৰ্ব্বল কৰিবলৈ সেই ঘৰৰ কোনো শক্তিয়ে নাথাকিব। সেই কাৰণে, নানা ভাবি-চিন্তি সি যাবলৈ নিজকে সন্মতি দিলে। কঠিন হৈ প্ৰণৱে মনক বুজালে যে, সি মাথোন নিস্পৃহভাৱে লোকৰ এখন নিস্বাৰ্থ অভিনয় চাব যাবলৈ ওলাইছে, তাত নিজৰ তাৰ কোনো ভূমিকা নাই। আজি পৰহে কিছুদিনৰ কাৰণে জাহ্নবীক এৰি যাব। জাহ্নবীয়ে নিশ্চয় সেই উপলক্ষে এখন অত্যন্ত কৰুণ বিচ্ছেদৰ নাটিকা বাহিক কৰি দেখুৱাব। পৰহ আঁতৰি গলে জাহ্নবীয়ে নিশ্চয় অস্থিৰ হৈ কান্দিব; বিৰহত আউলী-বাউলী হব, অন্তৰৰ কষ্টত ছটফটাই

তৃপ্তিৰ । তেনে এটা অভিনয় চাবলৈ পোৱা-টোও তো এটা ভাগ্যৰ স্ফূৰ্তিৰ কথা । নিশ্চয় সেই দৃশ্যই প্ৰণৱৰ ঈৰ্ষ্যান্বিত প্ৰাণত বৰ গভীৰ এটা তৃপ্তিৰ সোৱাদ আনি দিব পাৰিব ।

সেয়ে প্ৰণৱ যাবলৈ ওলাল ; ঠিক যি সময়ত যাওঁ বুলিছিল সেই সময়তে । আৰু যেন স্পষ্ট এটা আগ্ৰহ লৈ গোটেই দিনে বিমান, পঙ্কজ আৰু জাহ্নৱীৰ লগত সকলো কথাতে স্ফূৰ্তিৰে যোগ দিলে —যেন পইচা দি টিকিট কিনি সি এটা থিয়েটাৰ ঘৰত সোমাই, বৰ ভাগ্যৰ এখন বিয়োগান্ত নাটক চাবলৈ আহিছে । সি তাকে মনোযোগ দি উপভোগ কৰিব আৰু অন্তৰত গভীৰ তৃপ্তি পাব ।

কাটিনমতে দিনৰ সকলো কাম শেষ হৈ গ'ল। ভাত খোৱা, বহি গল্প-চল্প কৰা, ব্ৰীজ-বাগাটেলি খেলা, পিঙ-পঙ কোবোৱা, এটা এৰেই আড়ম্বৰহীন গান গোৱা, দুটামান আবৃত্তি কৰা, গ্ৰামোফোনত মিছাকৈই দুখনমান ৰেকৰ্ড বজোৱা, তাৰ পিছত লাহে লাহে যোৱাৰ সাজ-পাৰ কৰা, টোপোলা-টাপলি বন্ধা, সকলোৰে লগত একেলগে বিদায়-চাহ খোৱা আৰু তাৰ শেষত ইজনে-সিজনে পৰস্পৰক নিজৰ নিজৰ শেষ সম্ভাষণ জনোৱা ।

এনেকৈয়ে গধূলি যোৱাৰ সময় আহি পালে। হোল্ডঅল, ছুটকেছ, টিফিন্ কেৰিয়াৰ আৰু নানা তৰহৰ মাল-পত্ৰই সৈতে মটৰৰ কেৰিয়াৰ পাহাৰ সদৃশ ওখ হৈ বঙলাৰ গাড়ী-বাৰাণ্ডাৰ আগত প্ৰকাণ্ড উইলিচ মাইটখন আহি থিয় হ'ল। জজ চৌধাৰী, মিচেছ চৌধাৰী, বিমান, জাহ্নৱী পঙ্কজৰ লগতে ঘৰৰ আয়া, বাবুৰ্চী, মালী, ড্ৰাইভাৰ, সকলোৱে একেলগে আহি মটৰৰ ওচৰত এখন মহা ব্যস্ততা আৰু ব্যগ্ৰতাৰ বিৰাট উথল-মাথল লগাই দিলে । বহুপৰে আয়োজনৰ

পিছত, অজয় চৌধাৰী, মিচেছ চৌধাৰী, জাহ্নবী, পঙ্কজ আৰু বিমান, সকলোৱে একজন একজনকৈ মটৰত উঠি বহাৰ শেষত, হঠাতেই এটা মুহূৰ্তৰ বিচাৰত ঠিক হৈ গল যে প্ৰণৱে এনেই বহি নগৈ মটৰ চলাই গলেই আটাইতকৈ বেছি শোভন হব। মটৰত ঠাইবো নাটনি, তাৰ ওপৰিও এনেকুৱা এটা বিদায়-ক্ষণত নিজৰ মানুহেই সকলোতে আধিপত্য কৰিলে, কথাটো অলপ বেছি প্ৰাণস্পৰ্শী হৈ পৰে। সকলোৱে একবাক্যে এই অভিমতৰ স্বপক্ষতেই ভোট দিলে। তাৰ উপৰিও বিশেষকৈ জাহ্নবীয়ে কলে, যে ব্যক্তিগতভাৱে প্ৰণৱৰ "থ্ৰিলিং" অথচ "স্মুথ" ড্ৰাইভিং তেওঁ সকলো সময়তে পছন্দ কৰে। তাৰ বাহিৰেও প্ৰণৱে যদি মনৰ ভাল অৱস্থাতে থাকি, মটৰ চলোৱাৰ লগে লগে তেওঁৰ অতুলনীয় "হিউমাৰাছ" গল্পৰ ভাণ্ডাৰৰপৰা গোটাদিয়েক গল্প বাটে বাটে কৈ যায়, তেনেহলে বিদায়-যাত্ৰাৰ কৰুণতা লাঘৱ কৰিবৰ কাৰণে আৰু বেছি উপযোগী আন একোৱেই হব নোৱাৰে।

এটা সাময়িক উল্লাসৰ উত্তেজনাত পৰি, প্ৰণৱে বিনা ওজৰে সকলোৱে কথা ৰাখি মটৰৰ "ষ্টিয়াৰিং" ধৰি বহিল গৈ। আৰু তাৰ অত্যন্ত সুদক্ষতাৰে মটৰখন সম্পূৰ্ণভাৱে নিজৰ আয়ত্তাধীন কৰি, ক'তো অকণো বাধা নোপোৱাকৈ বাহিৰ নঙলাৰ আলিবাটলৈ উলিয়াই আনি, নগৰৰ আলিৰ ওপৰত সুন্দৰ দৃঢ়তাৰে কিন্তু মৃদু গতিত মটৰৰ ইঞ্জিন এৰি দিলে।

কিন্তু মুহূৰ্তৰ মৌনতাৰ পিছত মটৰৰ [illegible] গতি, আলিবাটৰ চলন্ত দৃশ্য আৰু নৱেম্বৰ মাহৰ সন্ধিয়াৰ শীতল বতাহৰ মধুৰ উত্তেজনা আৰু হৰ্ষত, মটৰৰ ভিতৰত থকা সকলোৱে একজন একজনকৈ

লাহে লাহে মুখেৰে মাতি, যথেষ্ট গল্প আৰু কথাৰ উজান তুলি দিলে।

প্ৰথমতে বৃদ্ধ জজ্ চৌধাৰীয়ে নানা কথা উত্থাপন কৰি, তেওঁৰ নিজৰ জীৱনৰ সুপক্ক অভিজ্ঞতাৰপৰা বহু গল্প উলিয়াই, প্ৰধানতঃ ৰাজ-নীতি আৰু তেওঁৰ ভৱিষ্যত সম্বন্ধে আলোচনা আৰম্ভ কৰিলে জগতৰ নানান বিখ্যাত জজে অৱসৰ লোৱাৰ পিছত তেওঁলোকৰ জীৱনৰ "এ্যাক্টিভিটি", অসমত বীমা কোম্পানীৰ সুন্দৰ ভৱিষ্যত, ধুবুৰীত মৈমনছিঙীয়া হত্যাকাৰী কিছুমানৰ বিপক্ষে দিয়া তেওঁৰ 'মেমোৰেবল জাজমেণ্ট্' বিফৰ্মৰ পিছত অসমৰ মন্ত্ৰীৰ ক্ষমতা আৰু কাউন্সিলত আহিব পাৰিলে তেওঁৰ বৰ্ত্তমান "লায়্বিলিটিজ" খিনিৰ কিদৰে মীমাংসা হৈ যাব তাৰে এটা সামান্য পূৰ্ব্বাভাষ।

নগৰৰ নাৰী-সম্মিলনীৰ সম্পাদিকা মিছেছ চৌধুৰীয়েও জগতৰ নাৰী প্ৰগতিৰ নানা কাহিনী শুনাই, তেওঁৰ নিজৰ আলোচনাৰো সূত্ৰ মেলি দিলে। যোৱা বছৰৰ ইণ্ডিয়ান উইমেন্স কনফাৰেন্সৰ প্ৰস্তাৱ, অসমত বাঢ়ি অহা "পপুলেশ্যনৰ" সমস্যা, মৰগাৰেট ছেঙ্গাৰৰ সজ উপদেশ, 'মহাৰাণী অৰ ময়ুৰভঞ্জে' শিক্ষা এখন শাৰীৰ দাম বেগম আগা খাঁৰ "টয়লেটৰ" বছৰেকীয়া খৰচ আৰু তেওঁৰ বৰ্ত্তমানে অনুভৱ কৰা অলপ বুৰ-কামোৰণি, ইত্যাদি।

সুবিধা পাই, বিমানেও তাৰ "পাপা" আৰু "মা"ৰ কাণ চুৱা অহা ছমাহৰ তাৰ কলিকতাৰ প্ৰোগ্ৰেম, ছিনেমাৰ সম্ভাব্য অভিজ্ঞতা আৰু হোটেলৰ সকলো অভাৱ-অভিযোগৰে এটা খৰচৰ সংখ্যা জনাই গ'ল।

পঙ্কজেও সকলোকে শুনাই তাৰ এম্-এছ-ছিৰ "প্ৰিপাৰেশ্বন", বিশ্ব-বিদ্যালয়ৰ পৰীক্ষাৰ প্ৰতিদ্বন্দ্বী, তাৰ পিছত ভবিষ্যত ছেফিল্ডৰ ডিগ্ৰী আৰু সকলোৰে শেষত তাৰ নিজৰ এটা সোণালী জীৱনৰ কল্পনাৰ আভাস দি গ'ল।

জাহ্নবীয়েও মুখেৰে মাতি, পঙ্কজৰ নৃত্যৰ প্ৰশংসা, কটন কলেজত "কো-এডুকেশ্বন"ৰ "ছাক্ছেছ", কমন-ৰুমত তেওঁৰ উৎসাহত পিঙ-পঙৰ বাঢ়ি অহা চৰ্চা, অসমীয়া নবাব সাধাৰণতে লাজকুৰীয়া স্বভাৱ আৰু "চিত্ৰাঙ্গদা"ৰ নাটনি, আৰু আই-এ পাছ কৰাৰ পিছত তেওঁৰ ভবিষ্যত প্ৰাচ্য-নৃত্য সাধনাৰ এটা চমু বিৱৰণৰ সৈতে নানা কথা কৈ আলোচনা আৰু বেছি তৃপ্তিকৰ কৰি তুলিলে।

অকল প্ৰণৱে, এবেলিও মুখেৰে নামাতি নিৰ্ব্বাক-নিশ্চল ভাৱে জড়ৰ নিচিনা মটৰৰ ষ্টিয়াৰিং হাতেৰে ঘূৰাই-পকাই চলন্ত ইঞ্জিন চলাই গ'ল। সি মুখেৰে এটাও কথা নকলে, কাৰো আলোচনাত কোনো সিদ্ধান্তও নিদিলে, নিজৰ মনৰ ভিতৰৰো একো অভিব্যক্তি নজনালে, যেন অকল মটৰ চলাবলৈকেহে সি কেৱল মটৰৰ ভিতৰত আছিছে আৰু তাৰ বিৱৰণ যেন কোনেও নিবিচাৰে। কাৰো লগত প্ৰাণৰ কোনো সম্বন্ধ নথকা সি যেন অকল মাত্ৰ এজন ঠিকাৰ টকা খোৱা ড্ৰাইভাৰ।

"চাহাবৰ সময়ৰ" হিচাবত গৈ মটৰ পাণ্ডুৰ ষ্টেচৰ ঘাট পালে। ঘৰ তৎপৰতাৰে সৈতে অকণো বাই-কই নোহোৱাকৈ সুন্দৰ "ছিষ্টিল" ভাৱে, এজনে এজনকৈ সকলোৱে গৈ ষ্টেচৰ খটখটিৰে ওপৰলৈ উঠি বস্তু-বাহানি আগত লৈ শাৰী পাতি থিয় হ'ল আৰু জাহাজৰ ঘৰী চাই নবালবিকৈ সকলোৱে সৰ্ব্বসম্মতিক্ৰমে শেষ বাৰলৈ, এবাৰ

ষ্টেৰ "ৰিফ্রেছমেণ্ট" টেবিলৰ সমুখত পৰস্পৰে মুখা-মুখীকৈ বহিল।

সকলোৰে আগতে এইবেলি মিছেছ চৌধাৰীয়ে, কাৰো চাহৰ ওপৰত কাপ এটাত এঢোক দি উঠিয়েই, পঙ্কজ আৰু বিমানলৈ চাই সাধাৰণ গাৰ্হস্থ্য উপদেশৰে সৈতে শেষবাৰলৈ* সৰু এটা বক্তৃতা দি ললে। জাহ্নবীয়ে সেই সুযোগতে, বৰ সতৃষ্ণ নয়নে, কটিৰ স্লাইছ্ এটুকুৰাত অমনযোগেৰে মাখন লগাই লগাই পঙ্কজৰ চকুলৈ বহু পৰলৈ চাই ৰ'ল।

পঙ্কজেও চাহৰ পিয়লাত চেনীৰ চামোচৰ হিচাব পাহৰি গৈ আপোন মনেৰে তুলকৈ চেনি ঢালি ঢালি, সেই দৃষ্টিৰ প্ৰত্যুত্তৰ জনালে।

বিমানে সুবিধা বুজি, সেই ছলতে লাহেকৈ উঠি গৈ, মাকৰ কাণত তাৰ টকা সম্বন্ধীয় কথা এটি বৰ গোপনে নিবেদন কৰিলে গৈ।

আৰু সকলোৰে শেষত, বুঢ়া জজ্ চৌধাৰীয়ে আথে-বেথে উঠি সকলোকে মুক্তকণ্ঠে শুভ আশীৰ্ব্বাদ জনাই, তেওঁৰ সন্নিস্তাব চিৰ অভ্যস্ত বস্তুখিনিৰ অভাবটো ঠিক সময়তে ছোৱাৰজীৰ বঙা ভৰল জলীয় এঢোকেৰে সমাপ্ত কৰি ললে।

ষ্টেটত শেষ বিদায়ৰ জাননীৰ ঘণ্টা বাজি উঠিল। তললৈ যোৱাৰ দল সন্তর্পণে খটখটিৰে তললৈ নামি গল। ওপৰত থকাৰ দল ষ্টেৰ ৰেলিঙত হেলান দি দাঁতিত আহি থিয় দিলে।

আন্ধাৰ নদীৰ বুকত বিচিত্র বিজুলীৰ পোহৰ পেলাই, পঙ্কজ আৰু বিমানক বুকুৰ মাজত লৈ, যন্ত্ৰৰ জাহাজ ক্রমাবয়ে হুঁহকি নৈৰে উজাই যাবলৈ ধৰিলে। সি যেন নিজৰ গৰ্ব্বত কাৰো অত-

ৰব কথা অকণো বুজিবলৈ চেষ্টা নকৰিলে। পাছৰ ফ্ৰেটৰণৰা অকল জজ্ চৌধাৰী, মিছেছ চৌধাৰী আৰু জাহ্নবীয়ে, শেষবাৰলৈ তাওঁৰ টৰ্চ লাইটেৰে ফোকাছ কৰি ক্ৰমে অস্পষ্ট হৈ যোৱা পঙ্কজ আৰু বিমানৰ মুখ দুখনি এবেলি চাই ললে।

কালীপূজাৰ পিছৰ ক্ষীণ জোনাকৰ ৰাতি। তাৰৰ আগমনিৰ অলপ শীতল আভাস। তাতে এনেকুৱা এটি বিদায় দৃশ্যৰ পিছত স্বাভাবিক করুণতা! গতিকে স্পষ্টভাৱেই পাণ্ডুৰণৰা ওভতা যাত্ৰাটো সকলোৰে কাৰণে অলপ মৰ্ম্মস্পৰ্শী আৰু গধুৰ হ'ল। স্বাভাৱিকে নিৰ্ব্বাচিতৰ দৰে প্ৰণৱেই আগেয়ে আগ বাঢ়ি গৈ ইবেলিও মটৰৰ ড্ৰাইভিং ছিটত বহিল! জাহ্নবীয়ে অলপ বিহ্বল যেন দেখুৱাই, পাছৰ গাদীৰ ছিটত অলপ আয়াসতে হেলন দি বহি ললে। মিছেছ চৌধাৰীয়েও আৰু যেছি কাতৰ ভঙ্গীত একেবাৰে গা এৰি দি পাছৰ শাৰীতে দীঘল হৈ শুই পৰিল। সকলোৰে শেষত আথে-বেথে আহি, বৃদ্ধ জজ চৌধাৰীয়ে পাছৰ শাৰীত কাকো বিৰক্তি কৰিবলৈ ইচ্ছা নকৰি, প্ৰণৱৰ লগতে আগৰ ছিটত তেওঁৰ বিৰাট বপুটো কোনো ৰকমে ঠেলি-হেচুকি সুমুৱাই লৈ বহি, মুখত এটি আকৌ নতুনকৈ প্ৰকাণ্ড বৰ্ম্মা চুৰট লগাই ললে।

মটৰ অলপ চলাৰ পিচত, প্ৰথমতে জজ চৌধাৰীয়েই দুখেৰে মাতি নতুন কথা সূত্ৰপাত কৰিলে। আগতকৈয়ো বেছি প্ৰগল্-ভতাৰে তেওঁ পঙ্কজক বখানি কলে যে আজি-কালিৰ উঠি অহা, অলপ বিদেশ ঘূৰা ডেকাসকলৰ পঁচাইকয়ে যথেষ্ট ভালৰ কালে চাল থাই আহিব লাগিছে। সেই আগৰ চকু-ভেকুলি, ৰুকাইচুকীয়া "মেণ্টেলিটি" ইহঁতৰ গাত ভালেখিনি নোহোৱা হৈ পৰিছে। যেছ,

উন্মুক্ত স্বাধীন প্রকৃতিৰ পঙ্কজটো, প্ৰাণত এটি স্বচ্ছন্দ নিৰ্ভীকতা আছে। ছোৱালীটিত আদৰ পাব পৰা বহুতো লোভনীয় গুণো আছে। এনে লৰাৰ প্ৰকৃতত্তে জীৱনত ক'তো মৰণ নাই। মিছেছ চৌধাৰীয়েও পঙ্কজৰ লগতে তেওঁৰ বিমানকো কিছু প্ৰশংসা কৰিবৰ ইচ্ছাত, অলপ ৰুক্ষভাৱে, কথাটো উত্থাপন কৰি কলে। 'বিমানৰো এই অলপ দিনৰ ভিতৰতে, কলিকতা আৰু পঙ্কজৰ লগ পায়েই হব পায়, ভালেখিনি ধৰিব পৰা পৰিবৰ্ত্তন হৈছে। আগৰ দৰে তাৰ সেই লাজকুৰীয়া, পিছলৈ টনা অসমীয়া লৰাৰ "এফিমিনেছি" খিনি আজি-কালি অকণো নোহোৱা হৈছে। বাহিৰা জগতৰ আৰু উন্নত সমাজৰ চলন-ফুৰণৰ বহু কথা সি সোনকালেই শিকি পেলাইছে। এতিয়া বিনা সঙ্কোচে সি তিৰোতা, মতা সকলোৰে সমাজত স্বচ্ছন্দবৰকৈ "মিক্স" কৰি ফুৰিব পাৰে।

মটৰ এবাৰ লগে লগেই মাত্ৰ, ইমান্ অনন্ত এটা বিচ্ছেদৰ পিছত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে প্ৰণয়ৰ বিষয়ে ইমানবোৰ কথা-বতৰা, প্ৰশংসা-আলোচনা বোধকৰো জাহ্নবীৰ দেহৰ স্নায়ু-মণ্ডলীত কিছু অসহ্য হল। তাৰে প্ৰতিবাদ কৰিবলৈকে হব পায়, জাহ্নবীয়ে পাদীৰপৰা মুখটো তুলি, কৃত্ৰিম খং আৰু "আবদাৰৰ" ভিজা সুৰত, "পাপা"কক মাতি কলে,

"পাপা! তই ইমান জোৰে জোৰে পাছৰ ফাললৈ ছিগাৰৰ ধোঁৱাবোৰ এৰি দিদিবিচোন। এনেই অসহ্য মুখ-কামোৰণিত মই কোনোমতে থাকিব পৰা নাই। উঃ, ম্লেলিং-চল্টৰ বটলটো লগত আনা হৈছেন!"

চেক্ চেক্ কৈ ৰব দীঘল অসম্ভৱ এটা তৰল হাঁহি মাৰি, বৃদ্ধ চৌধাৰীয়ে কথা কবলৈ সুবিধা কৰি পাছলৈ মুখ ঘুৰাই একতীয়াকৈ বহাবপৰা আগলৈ পোনাই বহি লৈ কলে,

"বাক, বাক, কিডি ! তোক বাক আজি মই নোজোকাওঁ। তইঁত ছোৱালীবোৰ এনেকুৱা সময়ত বৰ "ছেন্টিমেণ্টেল" হব। বাক, মই এই আগলৈ মুখ কৰি বহিলো ; কাৰো লগত এটা কথাও নাপাতোঁ আৰু পাছলৈ ছিগাৰৰ ধোঁৱা অকণো নুকৰাও। তই আপোন ইচ্ছাই তোৰ মুৰ কামোৰণি লৈ নিজৰ মনেৰে শুই থাক।

খন্তেকৰ কাৰণে মটৰৰ ভিতৰত এটা সাময়িক স্তব্ধতাই ঠাই ললে। মানুহৰ কথা-বতৰাৰ পৰিবৰ্ত্তে অকল শুনা গল মটৰ চলাৰ মৃদু আৱাজ, টায়াৰৰ আগত পৰি উফৰি যোৱা শিলগুটিৰ শব্দ। বাটৰ গৰু গাড়ীৰ চকাৰ কেৰ কেৰণি আৰু গাৰোৱানৰ কদৰ্য্য গালি-মাত। মটৰৰ ড্ৰাইভৰ কাষেৰে কাটি যোৱা বতাহৰ পাতল হিল-হিল সোঁত আৰু দূৰৰ কামাখ্যা পাহাৰৰ ওচৰত পাৰা পত্তা কঁহাৰৰ পালত, নিয়াৰিৰ ওপৰত মৰা পানি নিছিগা হাতুৰীৰ ঠুং ঠাং শব্দ।

মটৰ বৰ মৃদু গতিৰে লাহে লাহে চলিবলৈ ধৰিলে। প্ৰণয়ে বৰ নিস্পৃহভাৱে যন্ত্ৰৰ মানুহৰ দৰে নিশ্চল হৈ বাহু অকৰ মটৰ চলাই গল, যেন তাৰ নিজৰ অস্তিত্ব মটৰৰ আন সকলোৰে পাহৰি যোৱাৰ দৰে সিও নিজে নিজে পাহৰিবলৈ চেষ্টা কৰিছে, যেন তাৰ মনৰ ভিতৰত কোনো ভাব বা অনুভূতিৰে জীৱণ তোলপাৰ লাগি উঠি ভকা-চাকনৈয়া ফুটিবলৈ আয়োজন কৰা নাই। তাৰ প্ৰাণৰ ভিতৰত কোনো বিতৃষ্ণা জাগি উঠি গোটেই দেহটোকে অত্যন্ত দহন কৰি তোলা নাই, যেন সি সঁচাকৈয়ে নিৰ্বিকাৰ, নিস্পৃহ যোগীৰ বিৰাগী মানুহ এজন।

কামাখ্যা ষ্টেশ্বনৰ আগত, নতুনক শিল পেলাবলৈ খান্দি তোলা এডোখৰ অসমান দীঘল আলিবাট। সমুখত ডাঙৰ ডাঙৰ হিং বোলাবেৰে সৈতে শাৰী পতা বঙা "ডেনজাৰ" লাইট আৰু ঘ'তে ত'তে, কেৰল পিচৰ টিন, এছ্‌ ফাল্টৰ দম, কুলিৰ কাঠৰ বাকচ আৰু হাথিয়াৰ। যোৱাৰ সময়ত অতি কষ্টে প্ৰণৱে হেচি বহল উইলিছ লাইটখন অকনো জোকাৰণি নোখোৱাকৈ, এই ঠাই ডোখৰেৰে দক্ষতাৰে সৰকাই নিছিল। ক্ষীণ হলেও, তেতিয়া তাৰ প্ৰাণত কৃতিত্বৰ অলপ গোপন স্পৃহা, উদামৰ অলপ লুপ্ত ঈপ্সা, আনে নোবাৰিলেও সি নিজে অনুভৱ কৰিব পৰাকৈ নিজৰ প্ৰাণৰ ভিতৰতে লুকাই আছিল। কিন্তু ইবেলি সি যেন সম্পূৰ্ণৰূপে বেলেগ প্ৰাণী এটা।

আকৌ সেই দুগম শিলৰ বন্ধা বাট ডোখৰ আৰম্ভ হ'ল। প্ৰণৱে অকণো প্ৰাণত উদ্বেগ নোহোৱাৰ দৰে, অতি অসাৱধান ভাৱত, সহজ গতিত, বিনা প্ৰয়াসেৰে মটৰ এৰি দিলে, যেন তাৰ প্ৰাণৰ ভিতৰত সকলো প্ৰবৃত্তিয়ে নিৰ্লিপ্ত হৈ গৈছে। সঁচাকৈয়ে যেন মটৰৰ দৰমহা খোৱা ঠিকাৰ ড্ৰাইভাৰ। মটৰৰ আৰোহীৰ শৰীৰৰ দুখ-সুখৰ কাৰণে তাৰ অন্তৰত কোনো অনুভূতিয়েই নাই।

এছফাল্টৰ দমৰ পৰা বাগৰি পৰি পৰি, মটৰৰ চকা কেন্দ্ৰ-বেলিও একেলগে খেকেচা খাই মটৰ খন অতি কুৎচিত অসমান-গতিত বাধা পাই বাটত খুন্দা খাই থিয় হ'ল। মটৰৰ গোটেই বডিটোৱেই শব্দ কৰি কঁপি নৰি উঠিল। যাত্ৰীবোৰে নিজ নিজ ঠাইৰ পৰা হহকি আহি সিঁচৰতি হৈ পৰিল। ইজিনেও যেন তীব্ৰ খঙে ভঙ্গী তুলি যাবলৈ আপত্তি কৰি ঠাইতে জ্বলিলে।

বৃদ্ধ জজ চৌধুৰীয়ে প্ৰণৱৰ গাৰ পৰা নিজকে তুলি আনি অলপ অৰ্থপূৰ্ণভাৱে গল-খেকাৰণি মাৰি হাঁহিলে। যিহেতু চৌধুৰীয়ে আকৌ আগৰ দৰে উঠি গাদীত শুবলৈ যত্ন কৰি বৰ করুণভাৱে বাটত অলমানভাক এবেলি অলপ গালি শুনালে। কিন্তু জাহ্নবীয়ে পোন হৈ বহি লৈ, ভীষণ দৃঢ়ভাৱে প্ৰণৱক পাছৰপৰা বিভিয়াই চিঞৰি মাতি কলে,—

“প্ৰণৱ দা, মোৰে শপত দহোকুৰি, মটৰখন অলপ ৰখাওক। মই উঠি এবেলি আগলৈ যাওঁ। ইমান খুন্দাত মই এই মুৰ-কা-মোৰণিত পাছত বহি থাকিব লাগিলে সঁচাকৈয়ে “ফেইণ্ট” হৈ যাম। পাপা, তই নামি মোৰ ছিটলৈ আহ। তয়ো শকত মানুহ, পাছৰ ছিটত গা এৰি দি আৰামেৰে বহিব পাৰিলে ভাল পাব পাৰ।”

প্ৰণৱে আৰু কাৰো কথালৈ বাট নোচোৱাকৈয়ে, এনেই ইংগিততে যেন মটৰখন ৰখোৱাৰ দৰে হঠাতে ৰাখি পেলালে। আৰু তাৰ নিজৰ একো মনৰ অভিমত নজনাই সেই একেদৰে নিশ্চলভাৱে তাৰ ঠাইত নিৰ্বিকাৰ হৈ বহি ৰ’ল। বিৰাট বপুৰ বৃদ্ধ জজ চৌধাৰীয়ে, নিজৰ দুহিতাৰ কথামতে, অতি কষ্টে নিজৰ দেহটো আৰু এবেলি প্ৰণৱৰ কাষৰ পৰা তুলি আনি, এটা দীঘল আৰামৰ নিশ্বাসেৰে সৈতে পাছৰ মুকলি ঠাইত তাক এৰি দি, এটা অজ্ঞাত ভুপুকা মাৰি ৰহিল। যিহেতু চৌধাৰীয়ে, কোনো পৰিবৰ্ত্তন অনুভৱ নকৰাকৈ, সেই একেদৰে দেহৰ শৈথিল্য আৰু অৱসাদৰ নিদ্ৰাতে নিশ্চেষ্ট হৈ ৰ’ল। অকল জাহ্নবীয়ে কিছু নতুন উচ্ছ্বাসেৰে আগৰ জড়তা ভাঙি, নতুন ঠাইলৈ আহি সম্পূৰ্ণ নতুন ছন্দত প্ৰণৱে সৈতে কথা জুৰিবলৈ চেষ্টা কৰিলে।

“প্ৰণৱদা, আজি ইমান অন্যমনস্ক হৈ আপুনি মটৰ চলাইছে কেলেই। আপোনাৰ ড্ৰাইভিঙত তো কোনো দিনেই এনে কুণ্ঠিত

জোকাৰণি থোৱা বুলি মনত নপৰে। সঁচাকৈয়ে’ আপোনাক আজি বৰ মন-মৰা আৰু ‘শোভ নৰ্গ” যেন দেখা গৈছে। অথনিবেপৰা কথা নাই বতৰা, নাই, আপুনি যি থূমথূমকৈ শিলৰ মূৰ্ত্তিৰ দৰে বহি মটৰ চলাই আহিছে—আনকি কাৰো চকুলৈকেও এবেলি মুৰ তুলি চোৱা নাই। বিমানদাৰ আৰু পঙ্কজ বৰুৱাৰ বিচ্ছেদে যে আপোনাক আজি ইমান বিহ্বল কৰিছে, মোৰ কেতিয়াও বিশ্বাস নহয়। ইয়াৰ কাৰণ অইন কিবা-ৰহস্য গভীৰ। কওক, প্ৰণৱ দা, এই সুন্দৰ সন্ধিয়া নৈৰ পাৰৰ পাণ্ডুৰ বাটত আপোনাক এনেকৈ মন মাৰি বিষাদ মনেৰে মটৰ চলাই অহা মই সঁচাকৈয়ে বৰ বেয়া দেখিছোঁ।”

প্ৰণৱে যেন এটা বৰ গভীৰ টোপনিৰ পৰা সাৰ পালে। সি মনতে ভাবিলে, এই সহানুভূতি, এই সান্নিধ্য, এই আন্তৰিকতাৰ আৰু তাৰ প্ৰয়োজন কি? বৰ নিস্পৃহভাৱে সি মটৰ চলোৱাত বেছি মন দিয়াৰ দৰে কলে,—

“জাহ্নৱী বৰা, এই বেয়া ঠাইডোখৰ মই পাৰ হৈ লওঁ। তাৰ পিচতো তোমাৰ প্ৰশ্নৰ মই লাহে লাহে উত্তৰ দিম। মানুহৰ মন তো সদায় একেদৰে সমানে নাথাকে। কেতিয়াবা বিনা কাৰণেও সি এনেয়ে দুখত ভৰি উঠে।”

আগতকৈ বহু বেছি দক্ষতাৰে প্ৰণৱে মটৰখন ভাল আলিবাটলৈ তুলি নিলে। অতি সহজ গতিত, মুকলি বাটৰ ওপৰত মটৰখন [illegible] এটা সুন্দৰ [illegible] ধৰিলে।

[illegible], মাকে-মুখে জোনাই বেৰা আগলি চেঁচা বতাহৰ ছাটিবোৰত সিঁচৰতি পৰা কপালৰ চুলিবোৰ

হাঁহি হাঁহি হাতেৰে সামৰি জাহ্নবীয়ে স্ফূৰ্তিত যেন তৃপ্তি পাই কৈ উঠিল ।

"চাওক, এয়েই তো আপোনাৰ অভ্যস্ত ফাষ্ট ড্ৰাইভিং প্ৰণৱদা । ইমান পৰে যে কেলেই আপুনি এনেকৈ কানীয়াৰ দৰে মটৰ চলাই আহিছিল কব নোৱাৰো । স্বীকাৰ কৰক, এই দুই মিনিটৰ প্ৰেৰণাতে আপোনাক মই সম্পূৰ্ণ সলনি কৰি দিলো । স্বীকাৰ কৰক, প্ৰণৱ দা !"

উত্তৰ দিয়াৰ আগতে. এনেয়ে যেন প্ৰণৱৰ মটৰৰ গতি আকৌ এবেলি আগৰ দৰে শিথিল হৈ পৰিল । সি মনতেই ভাবি চালে, সঁচাকৈয়ে জাহ্নবীয়ে কোৱাৰ দৰে এতিয়াও তাৰ কাৰণে জাহ্নবীৰ সান্নিধ্যত মাদকতা আছে জানো আৰু প্ৰকৃততে জাহ্নবীয়ে এতিয়াও তাৰ প্ৰাণত কোনো প্ৰেৰণা জগাই তুলিব পাৰে জানো ? প্ৰণৱে এটা প্ৰশ্নৰো মনৰ ভিতৰত উপযুক্ত কোনো উত্তৰ নাপালে । স্বাভাৱিকতে যেন আকৌ তাৰ মটৰৰ গতি ক'ৰবাত বাধা পাই ভীষণ নৈৰাশ্যপূৰ্ণ আৰু মন্থৰ হৈ পৰিল ।

এনেই এবেলি গাৰণৰা পহি উৰি অহা, ডিঙিৰ গ্ৰে মাক-লাৰখন জাহ্নবীয়ে প্ৰণৱৰ গাৰ ওপৰৰ পৰা তুলি নি, আকৌ অলপ উচ্ছ্বাসৰ সুৰত কলে ।

"প্ৰণৱদা, সেই বশিষ্ঠৰ ওচৰৰ বাটত, আমাৰ পুৰণি গাড়ীখনত মই প্ৰথম দিনা ফাষ্ট ড্ৰাইভিং কৰাৰ কথা আপোনাৰ মনত আছেনে ? সেই যে গৰু-গাড়ীখন সকৰাবলৈ গৈ মই গাড়ীৰ চকাত খুন্দা মাৰি মটৰৰ বাম্পাৰডাল বেঁকা কৰি দিলো, আৰু মোৰ নিজৰ মূৰটো আপোনাৰ দাঁতৰ ওপৰত খুন্দা মাৰি পঠিয়ালো ! আপোনাৰ দাঁতত

লাগি মোৰ যে মূৰ দুটি তেজ ওলাল আৰু আপুনি মোক যে ধৰি নি আলি-কাষৰ নিজৰাৰ পানীত মূৰটো ধুই দি বেণ্ডেজ কৰি দিলে।"

বহু দিনৰ প্ৰথম যৌৱনৰ স্মৃতি এটা সঁচাকৈয়ে প্ৰণবৰ মনত পৰিল। কিন্তু সি দৃঢ় হৈ মনতে ভাবিলে. সেই পুৰণি স্মৃতি উদঘা-টনৰ এতিয়া আৰু কিবা লাভ আছে জানো ?

নকওঁ নকওঁ বুলিও কথাষাৰ প্ৰণৱে জাহ্নবীক নকৈ নোৱাৰিলে।

"সেই কথাবোৰ এতিয়াও জানো তোমাৰ মনত পৰে জাহ্নবী ?"

"পৰেতো ? পৰে দেখিয়েই হে কৈছো। আপুনি কেলেই তেনেকৈ সুধিলে প্ৰণৱ দা ?

প্ৰণৱে অলপ বৈ, কথাষাৰ গধুৰ কৰিবৰ কাৰণে যথেষ্ট গহীন ভঙ্গীত কলে,

"সুধিলো, পুৰণি স্মৃতি, নতুন জীৱনত তাৰ প্ৰয়োজন বৰ কম।"

জাহ্নবীয়ে কোনো উত্তৰ দিয়াৰ আগতেই মটৰ আহি ভৰলুৰ দলং পালে। দলং পাৰ হৈয়ে, সন্মুখৰপৰা অহা গৰুৰ এখনক বাট দিব খোজোতেই প্ৰণৱৰ মটৰখন অলপ অসাৱধানভাৱে আলিৰ দাতিলৈ বেছি হালি গ'ল। মটৰখন সামৰি আনি পোন কৰিব খোজোতেই প্ৰণৱে বৰ অসন্তুষ্ট হৈ অনুভৱ কৰিলে যে অতৰ্কিতে বহা ঠাইৰ পৰা খোপনি এৰি আহি জাহ্নবীৰ গোটেই দেহটোৱে তাৰ গাত সহায়হীনৰ দৰে বাগৰি পৰিল। প্ৰণৱৰ এই অভিজ্ঞতাৰ পিছত সচাকৈয়ে বৰ ধিকাৰ আহিল যে, বাস্তৱিকে আজি সি অতি অন্যমনস্কতাৰ লৈতে মটৰ চলাইছে। ইমান দিনে মনৰ দৃঢ়তা

দেখুৱাই, এতিয়া হঠাতেই এনেকুৱা দুৰ্ব্বলতা দেখুৱালে সি জাহ্নবীৰ চকুৰ আগত মুহূৰ্ত্ততে অত্যন্ত হীন হৈ যাব।

প্ৰণৱে নিজকে নিজে কঠিন হ'বলৈ মনৰ ভিতৰতে ভীষণ চেষ্টা কৰিলে। কিন্তু তাৰ অনুমান হ'ল, জাহ্নবীয়ে যেন আৰু বেছি আত্মীয়ভাৱে ক্ৰমাৎয়ে তাৰ কাষ চাপি আহিবলৈ ধৰিছে। তাৰ গাতে গা লগাই অৱলম্বন নোহোৱাৰ দৰে গা টালি দি বহিবলৈ সুযোগ বিচাৰিছে। তাৰ গাৰ বেছি পৰশৰ উমত থাকি কিবা নতুন সম্বন্ধৰ কথা এটি ব্যক্ত কৰি খুলি কবলৈ অত্যন্ত চঞ্চল হৈ উঠিছে। কিবা অভিনৱ অদ্ভুত সম্বোধন এটা কৰিবলৈ সি ভাষা বিচাৰি অন্তৰতে বৰ কষ্ট পাইছে।

প্ৰণৱে এটা গভীৰ চক্ৰান্তত পৰি ভাবিলে, জাহ্নবীৰ এই অস্বাভাৱিক ব্যৱহাৰৰ প্ৰকৃততে ভিতৰৰ গোপন উদ্দেশ্যটো কি? এই অতি ছলনাময়ী মায়াৰ আচল সত্যটো ক'ত লুকাই আছে? সেই চিৰদিনৰ কাৰণে ভাঙি যোৱা পুৰণি বন্ধুত্বক, আজি আকৌ এতিয়া উপযাচি জোৰা দিবলৈ বিচৰা পুনৰ আবেদনৰে আৰু সাৰ্থকতা ক'ত।

তেনেহলে জাহ্নবীয়ে সঁচাকৈ মনৰ ভিতৰত কি ভাবিছে! সিদিনা সেই বিজয়াৰ সন্ধিয়াৰ পিছৰপৰা, প্ৰণৱৰ লগত জাহ্নবীৰ টো আৰু কোনো সম্বন্ধই সম্ভৱপৰ নহয়। তেন্তে এই আকৌ জাহ্নবীৰ নতুন ব্যৱহাৰৰ তাৎপৰ্য্যটো কি আৰু ই কিহৰ কাৰণে?

ফাঁচী বজাৰৰ নৈৰ পাৰৰ বাট পাৰ হৈ আহি মটত শুক্লেশ্বৰৰ থিয়
আলি বাটৰ ওপৰত উঠিল। এটা অদ্ভুত, অপ্ৰত্যাশিত জীৱনৰ কঠিন
অভিজ্ঞতাত অস্থিৰ হৈ প্ৰণৱৰ হাতত তাৰ মটৰৰ ষ্টিয়াৰিং ভীষণ
ভাৱে কঁপিবলৈ ধৰিলে। তাৰ মূৰৰ আৰু শৰীৰৰ উত্তাপ অতি
বেগেৰে হু-হুকৈ বাঢ়ি আহিল। ভৰিৰ খোপনি শিথিল হৈ একেবাৰে
নিশ্চেষ্ট হোৱাৰ উপক্ৰম কৰিলে। মটৰৰ স্পষ্ট বিজুলি-চাকিৰ
পোহৰত প্ৰণৱে যথেষ্ট সংযত হৈ তাৰ কাষলৈ চাই পালে
যে জাহ্নৱীৰ গোটেই দেহ-টোৱেই তাৰ দেহৰ ওপৰত প্ৰায় নিশ্চল
হৈ ঢলি পৰিবলৈ চেষ্টা কৰিছে, জাহ্নৱীৰ দুয়োটি চকুতে এটি অতি
অদ্ভুত আৰু তীব্ৰ আবেদন কৰুণতাত সিক্ত হৈ উঠিছে।

অতি কষ্টে প্ৰণৱে আনি মটৰখন গেটেৰে পাৰ কৰি ঘৰৰ
গাড়ী-বাৰাণ্ডাৰ তলত থিয় কৰালে! তাৰ অনুমান হ'ল, সি যেন
এইডোখৰ ঠাই চলাই আহোঁতে তাৰ মটৰৰ গতি সকলো শেষ
কৰি পেলাইছিল। সি যেন নগৰৰ ৰাজ-আলিৰ ওপৰেদি মটৰ
চলাই নানি সাধু-কথাৰ কোনোবা দেৱতাৰ পাখী লগা ৰথ এখনহে
মেঘৰ ওপৰেদি উৰুৱাই আনিছিল।

গাড়ী-বাৰাণ্ডাৰ খট্‌খটিত মটৰৰ পৰা নামি, বৃদ্ধ জজ চৌধাৰীয়ে
প্ৰণৱক ধন্যবাদ জনাই, তেওঁৰ চিৰ অভ্যস্ত ৰাতিৰ নিত্য অভ্যাস-
মতে, অতি সন্তৰ্পনে নিজৰ কোঁঠালিৰ ভিতৰত সোমাই, একেবাৰে
ভিতৰৰ পৰা তলা বন্ধ কৰি ললে। মিছেচ্ চৌধাৰীয়েও সামান্য
মাথোন মুখেৰে অভিবাদন জনাই, গান অসুস্থতাৰ আৰু মূৰৰ

বিষৰ ওজৰ কৰি, পিন্ধা-উৰা সাজ-পাৰ নসলোৱাকৈয়ে পোনেপোনে শোৱা-কুঠৰীত সোমাই বিচনাৰ আশ্ৰয় ললে। সকলোৱে উঠি যোৱাৰ পিছতো অকল জাহ্নবীয়ে মটৰৰ পৰা নমাৰ কোনো ইচ্ছা নেদেখুৱাই অনুৰোধৰ সুৰত প্ৰণৱক সম্বোধন কৰি কলে—,

"প্ৰণৱদা, আপুনি আৰু অলপ কষ্ট কৰিব লাগিব। বৰঞ্চ, আমি দুয়ো একেলগে গৈ মটৰখন গেৰেজত সুমুৱাই থৈ আহোঁগৈ। আপুনিতো জানেই ইমান ৰাতিলৈ কেতিয়াও আমাৰ ড্ৰাইভাৰ নাথাকে। এই দুই মিনিটৰ মাত্ৰ গেৰেজলৈ বাট। তাৰ পিছতহে আহি একেবাৰে আপোনাক আজিৰ নিমিত্তে শেষ বিদায় দি ঘৰলৈ যাবলৈ দিম।"

ইচ্ছ'-অনিচ্ছাৰ মাজত বাধ্যত পৰি প্ৰণৱে আকৌ এবেলি মটৰৰ "ছেল্‌ফ ষ্টাৰ্টাৰ" টিপিলে। বহল কম্পাউণ্ডৰ একেবাৰে সিমূৰত থকা আওহতীয়া টিনৰ খোলা গেৰেজটোত নি মটৰখন সুমুৱাই দিলেগৈ। চাকি, চাবি লাহে লাহে সকলো বন্ধ কৰি উঠি, প্ৰণৱে যাবৰ সময়ত মটৰৰ কাষত থিয় হৈ, তেতিয়াও মটৰৰপৰা উঠি নহা জাহ্নবীৰ ওচৰলৈ গৈ কলে,

"জাহ্নবী, উঠি নাহাঁ জানো ; মই একেবাৰে গেৰেজৰো তলাটো বন্ধ কৰি উঠি তোমাৰ হাতত চাবি পটাই দি যাওঁ।"

অতি অনিচ্ছাৰে, মটৰৰ গাত ধৰি থকা প্ৰণৱৰ দুয়োখন হাততে আবেগেৰে লাহে লাহে ভৰ দি দি, ধৰি ধৰি জাহ্নবীয়ে বৰ কাতৰ আৰু বিহ্বলভাৱে মটৰৰপৰা পিছলি নামিল আৰু কোনোমতে মাটিত অস্থিৰভাৱে থিয় দি, প্ৰণৱৰ বাহুৰ মাজত সুৰটো সুমুৱাই, অত্যন্ত ব্যথিতৰ দৰে আবেগৰ মূৰ্চ্ছনাত কলে,

"প্রণবদা, কি নিষ্ঠুৰ ভাবে আজি আপুনি মোৰ অন্তৰক এইদৰে অৱজ্ঞা কৰিছে। কি নির্ম্মমভাবে আপুনি আজি এইদৰে মোৰ প্ৰাণৰ অনুভূতিক প্ৰতিৰোধ কৰিছে। জীৱনত ইমান নিস্পন্দ হৈ তো আপুনি মোক কেতিয়াও প্ৰাণত এনে কষ্ট দিয়া নাই। আজি কেলেই আপুনি ইমান কঠিন আৰু নিশ্চেষ্ট হ'ল ?"

উত্তপ্ত আবেগৰ ধাৰ প্ৰণৱে তাৰ দুয়োখন হাতত অবিৰল ভাবে অনুভৱ কৰিলে। আন্ধাৰ, অকলশৰীয়া গেৰেজৰ ভিতৰৰ বন্ধ বায়ুত সি অতি অস্বস্তি অনুভৱ কৰি, জাহ্নবীক সহানুভূতিৰ ভঙ্গীৰে মাতি কলে,

"জাহ্নবী, ইমান ডাঙৰ কথা এটি ইমান কম সময়ৰ ভিতৰতে মই তোমাক কব নোৱাৰিম। তুমি মোক উত্তৰ দিবলৈ সময় দিব লাগিব। আজি ৰাতি মাথোন মোক ভাবিবলৈ সময় দিয়া। বলা, এতিয়া তোমাক কোঁঠালিৰ ভিতৰত থৈ আহোঁগৈ। তুমি সঁচাকৈয়ে অত্যন্ত ক্লান্ত।

কান্ধত হাত থৈ থৈ, আবেশত গোটেই দেহৰে ভাৰতো প্ৰণৱৰ দেহৰ ওপৰত থৈ জাহ্নবীয়ে প্ৰণৱৰ লগতে খোজৰ মূৰত খোজ পেলাই ভৰি দিলে। গেৰেজ এৰি, এখুজি দুখুজিকৈ চোতালত ঘাহনিৰ ওপৰেদি খোজ কাঢ়ি আহি আহি, বাৰাণ্ডাৰে ড্রয়িং-ৰুম পাৰ হৈ গৈ ঘৰৰ ভিতৰেদি দোতালাত একেবাৰে নিজৰ কোঁঠালি পালেগৈ।

সজাই থোৱা বিচনাত, বিহ্বলভাবে লীলায়িত দেহটো পেলাই দি জাহ্নবীয়ে প্ৰণৱক নিজৰ গাৰ কাষত বহুৱাই লৈ, প্ৰণৱৰ দুয়োখনি হাত তুলি নি নিজৰ দুয়ো কুমৰ ওপৰত থৈ, হাতৰ তলুৱাৰে প্ৰণৱৰ হাত দুখন কপালৰ ওপৰত বৰ জোৰে হেঁচি ধৰি লৈ, অত্যন্ত কাতৰ মূৰ্চ্ছনাত প্ৰণৱৰ চকুলৈ চাই কলে,

"দয়া! অকণ দয়া কৰক প্ৰণৱ দা! অকল একেৰি দয়া আপোনাৰপৰা মই প্ৰাৰ্থনা কৰিছোঁ। বোধকৰোঁ কোনো নাৰীয়ে পুৰুষৰপৰা ইমান কাতৰ হৈ কোনো দিনেই দয়া ভিক্ষা কৰা নাই।—উঃ—কি অসহ্য মূৰৰ কামোৰ। কুমৰ শিৰ ফাটি যেন মূৰৰ মগজু ওলাই যাবলৈ বিচাৰিছে। দয়া কৰি আপুনি যদি অলপ চেঁচা পানী বা অলপ অডিকলন্ আনি মোৰ মূৰৰ ওপৰত দিলেহেঁতেন, বোধকৰো আপোনাৰপৰা পোৱা সেই দয়াৰ কৃতজ্ঞতা মই জীৱনত কোনো দিনেই পাহৰিব নোৱাৰিলোঁহেতেন।"

জাহ্নবীৰ কথাৰ প্ৰতিটো শব্দৰ ঝঙ্কাৰে প্ৰণৱৰ প্ৰাণত থিয়দি গৈ তাৰ সুকোমল যৌৱনৰ বৰ মৰ্ম্মস্পৰ্শী ঠাই এডুখৰিত আঘাত কৰিলে। সি তাৰ পৌৰুষৰ সকলো সত্ত্বা, সকলো দৃঢ়তা পাহৰিলে, জাহ্নবীৰ কাতৰ আহ্বানৰ আগত সম্পূৰ্ণ নিশ্চেষ্ট হৈ পৰিল। নিজে উঠি গৈ, কলৰপৰা চেঁচা পানী পিয়লাত ধৰি আনিলে; নানা কষ্ট কৰি অডিকলনৰ বটল বিচাৰি আনি কাপোৰৰ জলপতি কৰি কপালত পাৰি দিলে। আৰু কিছু তৃপ্ত, শান্ত, করুণাপূৰ্ণ আধা জাপ খোৱা চকুযুৰিৰ ওপৰত লাহে লাহে কাগজেৰে পাতলভাৱে বিচি বিচি কৰবলৈ চেষ্টা কৰিলে, করুণ, গহীন গধুৰ সুৰভাৱে,

"—জাহ্নবী, সঁচাকৈয়ে তোমাক আজি মই বুজিব পৰা নাই, মোক ক্ষমা কৰিবা। মই জানো, তুমি পঙ্কজৰ লগত বাক্‌দত্তা। আৰু সেই কাৰণেই তোমাৰ লগত মোৰ সম্বন্ধ বোধকৰো, জীৱনত চিৰ দিনৰ কাৰণে শেষ হৈ গৈছে।"

আকৌ এবেলি বিচনাৰপৰা বিহ্বলভাৱে উঠিবলৈ বিচাৰি, কিন্তু প্ৰণৱৰপৰা পাই, জাহ্নবীয়ে প্ৰণৱৰ হাত দুখনিকে বৰ উগ্ৰভাৱে বুকুৰ ওপৰত সাৱটি ধৰি লৈ কলে,

"—কিন্তু প্ৰণৱদা, সেই বুলিতো, জাহ্নৱীৰ জীৱনটোও তাৰ লগতে একেবাৰে শেষ হৈ যোৱা নাই। তাইৰ প্ৰাণৰ সকলো আশা, আকাঙ্ক্ষা, কামনা এতিয়াও আগৰ দৰেই সেই একে চিৰন্তন বহ্নিৰে প্ৰজ্জ্বলিত হৈ আছে।—"

গল্পটো শেষ কৰি, প্ৰণৱে অস্বাভাৱিক ৰকমে এটা ক্ষীণ কৃত্ৰিম হাঁহিৰ চেষ্টা কৰি, বৰ অতৃপ্তিৰ সৈতে বাধ্যত পৰি নিৰব হোৱাৰ দৰে নিৰব হল, যেন অন্তৰৰ সকলো নিহিত বক্তব্য ইমানতে সি নিঃশেষ কৰি, মোৰ আগত উজাৰি দিব নোৱাৰিলে। যেন মনৰ বহু ভাৱৰ জটিলটা এতিয়াও তাৰ অন্তৰত অবক্তব্য বেদনা তুলি বল। যেন জাহ্নৱীক, ইমান বিশ্লেষণৰ পিচতো সি সম্পূৰ্ণৰূপে বাস্তৱৰ চকুৰে বুজিব নোৱাৰিলে।

সহানুভূতিত, প্ৰণৱৰ ৰুদ্ধ অন্তৰৰ কথা বুজি পাই মই প্ৰণৱক আশ্বাস দিয়াৰ চেষ্টাত, এবেলা বহুৎৰ লৈকা মাৰি ভাৰি চোৱাৰ দৰে উঠি অলপ পাণ্ডিত্যৰ ভঙ্গী তুলি কলোঁ।

'প্ৰণৱ, মোৰ মতেৰে জাহ্নৱীৰ চৰিত্ৰত অবোধগম্য জটিলতা বৰ অলপেই আছে। তোমাৰ জাহ্নৱী, প্ৰকৃত জাহ্নৱীৰ দৰেই সঁচাকৈয়ে মুক্ত-ধাৰা।"

——:0:——

# দুৰ্যোগৰ ৰাতি

'চকুৰ আগতে ডাঙৰ হোৱা' বুলি যিষাৰি কথা আছে মই ঠিক বাসন্তীৰ বেলিকাও ইচ্ছা কৰিলে তাকেই কব পাৰো।

নিচেই সৰুতে দেখিছিলো, মূৰত এচপৰা বব্-কৰা চুলি, গাত এটা পিঙ্ক ৰঙৰ ফ্ৰক্, আৰু এযুৰি নিপোটল বগা ভৰি। ঠিক তেনেকৈয়ে বাসন্তীয়ে দিনটোৰ সৰহ ভাগ আমাৰ ঘৰতে অকণাৰ লগত লাৰ-ঢাপৰি ফুৰে আৰু বস্তু-বাহানি ইফাল-সিফাল কৰিলে অকণাৰ লগত ঘৰৰ লৰা-ছোৱালীৰ দৰে সমানে মাৰ-ডাৰ খায়।

কেতিয়াবা মন গলে মই বাসন্তীক চোতালত স্কিপিং কৰিবলৈ শিকাওঁ, বেড্মিণ্টন্ খেলোতে মুখত ককটো জোৰেৰে মাৰি দি ধেমালি কৰো, আৰু কণামুচি খেলোতে অকণাৰ লগত বেণীয়ে বেণীয়ে সাঙুৰি দি হাঁহ ৰব ৰং পাওঁ।

তাৰ পিছতে, মূৰ দঙাদি বাসন্তীয়ে দেখাত অলপ দীঘল হৈ পৰে। গাৰপৰা ফ্ৰক সোলোকাই, নতুন মুগাৰ ফুল দিয়া মেখেলা কঁকালত সূতাৰ জৰীৰে টানি টানি বান্ধিবলৈ শিকে আৰু গাত কোনোমতে থাকিব নোখোজা বিহাৰ আঁচলটো মাটিত লেটিয়াই লেটিয়াই চাৰিওপিনে সকলোকে দেখুৱাই লৈ ফুৰে। কথাই-বতৰাই, হাঁহি-ধেমালিয়ে এটা নতুন প্ৰকাশৰ ভঙ্গিকে দেখা দিয়ে

আৰু আগৰ দৰে মোৰ সকলো উপদ্ৰৱ নীৰৱে সহ্য নকৰি, কথাই কথাই উত্তৰ দিবলৈ সাহ কৰা হয়। দুৰৰপৰা জিভা উলিয়াই, নানা ভেঙুচালি কৰি মোক নানা নাম দি জোকাবলৈ আৰম্ভ কৰে। কেতিয়াবা ভুপৰীয়া শুলে গাত শিলগুটি দলিয়াই টোপনি ভাঙে। নাইবা কপালত চিয়াহীৰ ফোট আঁকি দি, চুৰিয়াৰ আঁচলটো টানি নি চকী-মেজত বান্ধি থৈ যায়। ময়ো কেতিয়াবা ধৰিব পাৰিলে আগতকৈ বেছি তৃপ্তিৰে পিঠিত ধৰি ভুকুৱাওঁ। নাইবা দুয়ো কাণ মলি ৰঙা কৰি শাস্তি দিওঁ। বাসন্তীয়ে দুখ পালেও কেতিয়াও নাকান্দি ভালপোৱাৰ দৰেই সকলো সহ্য কৰি যায়, আৰু এৰি দিলেই আকৌ দুনাই কৰিম বুলি কৈ লৰ মাৰি পলাই নেদেখা হয়।

তাৰ পিছত হঠাতে এদিন গম নোপোৱাৰ দৰে বাসন্তীৰ গাত অলপ গম্ভীৰতা আহি পৰে: চকুত অলপ আন-ভাব আহি চকুহুটা ক্ৰমে বুজিব নোৱাৰা হয় আৰু কথাবোৰ নানা ভাৱেৰে ভাৰ পৰি আচল মানুহটো লাহে লাহে ওচৰৰপৰা আতৰি যাবলৈ আৰম্ভ কৰে। অকণায়ো মোৰ সকলো খেলাৰ প্ৰকাণ্ড সঙ্গী শুচি লাহে লাহে বাসন্তীৰ লগত নানা গোপন আলোচনাৰ লগৰী হৈ মোৰ প্ৰভুত্বৰপৰা একেবাৰে আতৰি দূৰলৈ গৈ থিয় দিয়ে।

কিন্তু তথাপি বাসন্তী সদায় আমাৰ ঘৰলৈ আহে। অকণাৰ লগত ফুৰিবলৈ ওলালে মোকে সিহঁতৰ লগত যাবলৈ অনুৰোধ কৰে কেতিয়াবা আমাৰ ঘৰত কথা পাতোঁতে ভালেমান ৰাতি হলে ময়েই টৰ্চটো লৈ ঘৰত আগ বঢ়াই থৈ আহিব লাগে বুলি অকণাৰ আগত কয়। দোকানৰপৰা এমজুইভাবী কৰা সূতাৰ ৰঙ ময়ে পছন্দ

কৰি বাসন্তীক আনি দিও। মই ঘৰত নহলে সিহঁতৰ আড্ডা মোৰেই কোঠাত পাতি বাসন্তীয়ে মোৰ বিষয়ে নানা আলোচনা কৰে। টেবিলত কিতাপ-পত্ৰবোৰ বেছি সিঁচৰতি হৈ পৰি থকা যেন দেখিলে, নিজে থুপাই থৈ অকণাৰ আগত মোৰ জীৱনৰ বিশৃঙ্খলতাৰ কথা কৈ বৰ ৰং পায় আৰু বিছনা আৰু বেৰৰ কাপোৰ-কানিবোৰ বৰ বেছি হাঁহি উঠা অৱস্থাতে দেখা পালে, মোৰে ডাং-ধৰণা স্বভাৱৰ বিষয়ে গল্প পাতে।

ঠিক এইদৰে বাসন্তীৰ যোলটি বছৰ মোৰ চকুৰ আগত এটি এটিকৈ ফুলৰ পাহিৰ দৰে মেল খাই আছে আৰু মই তাকে মোৰ জীৱনৰ বাইছটি বছৰে চকুৰে চাই উপলব্ধি কৰো—অনুভূতিহীন, নিৰ্ব্বিকাৰ এটি প্ৰাণৰ নিৰ্লিপ্ত ভাব লৈ,—ঠিক ওচৰ-চুবুৰীয়াৰ বাৰীত বাঢ়ি অহা এজোপা অপ্ৰয়োজনীয় গছৰ দৰেই।

কলেজলৈ অহাৰ পিছত, খণ্ডেকীয়া এমাহ দুমাহৰ ব্যৱধানৰ বাহিৰে, বাসন্তীৰ যোলটি বছৰেই মোৰ কাৰণে সদায় উন্মুক্ত আছিল। তাৰ সান্নিধ্য, পৰশ আৰু আস্বাদন ইচ্ছাই অনিচ্ছাই জীৱনত মই অত্যন্ত প্ৰচুৰ পৰিমানে পাইছিলো। কাৰণ, সৰুতে দেখাৰ দিনৰ পৰাই বাসন্তীহঁতৰ ঘৰ খিলঙৰ আমাৰ ঘৰৰ নিচেই কাষত। সিহঁতৰ দেউতাক আৰু আমাৰ দেউতা দুয়ো একেখন অফিছৰে বৰনুৱীয়া কেৰাণী।

ইমান সহজে বাসন্তীক পাইছিলো কাৰণেই বোধকৰো বাসন্তীৰ নিমিত্তে মোৰ অন্তৰৰ কোনো এটি কোণতে লিপ্সাৰ সৰু পোখা এটিও গজি উঠা নাছিল; বাসন্তীৰ অৱস্থিতিত মোৰ যৌৱনৰ কোনো এটি ইন্দ্ৰিয়তে অনুভূতিৰ শিহৰণ এটিও উঠা যেন অনুভৱ কৰা নাছিলো।

কিন্তু তথাপি যৌৱনৰ ভৰা বানৰ আকাঙ্ক্ষাৰ সোঁতৰ আগতে মই বাসন্তীক সদায়, পাইছিলো। যি বয়সত আঁকি মনৰ যি অৱস্থাত যুৱতী ছোৱালীৰ কণ্ঠৰ এটি কথাৰ প্ৰতিধ্বনিয়ে আৰু দেহৰ এটি পৰশৰ আভাসে ইন্দ্ৰিয়, মন চঞ্চল কৰি তোলে, সেই সময়তে অকণাৰ লগত বাসন্তীক সদায়ে লগত লৈ, খিলঙৰ পাইনৰ তলে তলে মুকলি পাতল বতাহত, গাতে গা লগাই ফুৰিবলৈ সুযোগ পাইছিলো। প্ৰায়ে লেকৰ পাৰত জোনাক নিশা বেঞ্চত বহি কথা পাতিবলৈ ঘৰৰপৰা ওলাই আহিছিলো। স্প্ৰেড ঈগল ফলছৰ কাষত ঘৰ-ঘৰোৱাহে পিক্‌নিক্ খাবলৈ গৈ, নিজৰাৰ চেঁচা পানীলৈ খেদি নি, পানীৰ তলত উশাহ নোপোৱাকৈ আজুৰি ধৰিছিলো। আপাৰ খিলং পিকৰ আও-ঢলীয়া পাহাৰৰ গাৰে লৰি ফুৰোতে, সৰল গছৰ শিপাত উজুটি খাই পৰোঁতে, মহে হাত-কোলাকৈ বাসন্তীক তুলি ধৰি, দুখ পোৱা ভৰিৰ গাঁঠিত জেপৰ কমাল বান্ধি দিছিলো।

কিন্তু তথাপি কোনো দিনে বাসন্তীৰ পৰশত মোৰ শৰীৰত তেজৰ সোঁত শিৰে শিৰে কোবাল হৈ বোৱা নাছিল; নাইবা হঠাতে মুখৰ কথা পাহৰি গৈ বাসন্তীৰ চকু দুটালৈ, অনিমেষ দৃষ্টিৰে চাই থকা নাছিলো। বাসন্তীৰ দেখিবলৈ অশুৱনী নাইবা উচ্ছ্বাসহীন আছিল যে সেই কথা সমূলি নহয়, বাসন্তী মোৰ ওচৰত ইমান সহজলভ্য আছিল কাৰণেই বোধকৰো। বাসন্তীৰ অন্তৰৰ সকলো গুপুত কোণ মই অতি সুকলমে মনেৰে চুকি পাইছিলো। বাসন্তীৰ মনৰ কথা মনৰ ভিতৰতে মোৰ চকুৰ আগত অতি স্পষ্ট হৈ ফুটি উঠিছিল। বাসন্তীৰ ভিতৰ-বাহিৰে কাঁচৰ মূৰ্ত্তিৰ দৰে মই একে লগে একেটি দৃষ্টিৰে দেখিবলৈ পাইছিলো।

সেই কাৰণে উপযাচি দিয়া বাসন্তীৰ মৰম-চেনেহত মই কোনো দিনে কোনো মাদকতাকে বিচাৰি নাপাইছিলো। বৰং মোৰ মনত সেইবোৰ ধৰা পৰিলে এটা গুপুত বিতৃষ্ণাৰ ভাৱ হৈছিল। চকুৰ মণিত বা কথাৰ ঠেওত বাসন্তীৰ আবেগৰ আভাস ফিৰিঙতি উঠা দেখিলে মই তেতিয়াই তাক ভঙ্গ কৰি দিবলৈ চেষ্টা কৰিছিলো।

ঘৰলৈ মাহীদেৱে মাতিছে বুলি বুবুলৰ হতুৱাই মতাই নি, নিজৰ কমত অকলে অকলে বহি, ৰুমালৰ পাৰত ফুলৰ দাঁতিত মোৰ নাম তুলি থকা দেখিলে মই সচাকৈয়ে বাসন্তীক এটা দীঘল বক্তৃতা শুনাই দিবলৈ মন কৰিছিলো। বাৰে বাৰে 'ব্লাউছ পিছৰ' বং অপছন্দ কৰি, ধেমালিতে দোকানলৈ মোক মিছাকৈয়ে পঠিয়াইছে বুলি গম পালে, মই প্ৰায়ে বিদ্ৰোহ কৰিবলৈ সাজু হৈছিলো। আক সদায় এনেদৰে সুবিধা পালেই হাতখন চাওক বুলি মোৰ হাতৰ ওপৰত পেলাই দিলেই, মই নখেৰে চিকুটি তেতিয়াই হাতৰ তলুৱাত তেজৰ টোপাল উলিয়াই দিবলৈ মন কৰিছিলো। মোৰ অনুপস্থিতত, মোৰ কোঠালিত সোমাই ফুলদানিত ফুল ভৰাই থৈ, লেতেৰা বিছনাৰ চাদৰৰ পৰিবৰ্ত্তে ধোবাই ধোৱা নতুন বিছনাৰ চাদৰ পাৰি থৈ যোৱা বুলি শুনিলে, সঁচাকৈয়ে বাসন্তীৰ প্ৰতি এটি ঘোৰ অভক্তিৰ ভাবে মোৰ মনটো তিতা কৰি তুলিছিল।

কিন্তু তথাপি বাসন্তীয়ে যে সদায় একেটি মনৰ একাগ্ৰতা লৈয়ে মোৰ মৰম অন্বেষণ কৰিছিল, এই কথাৰ মই গম পাইছিলো। মোৰ হাজাৰ অসহানুভূতি দেখিলেও সদায় যে মোৰে মৰমৰ শুচৰত নিজক ধৰা দিবলৈ বিচাৰিছিল, মই ইচ্ছা কৰিও তাকে বুজু-জাকৈ থাকিব নোৱাৰিছিলো। সেইখিনি বুজিব পাৰিছিলো বুলিয়েই নিজে

নিশেষ্ট তাক ভড় হৈ বাসন্তীৰ সকলো অন্তৰৰ প্ৰচেষ্টাক কঠিন নিৰ্মমভাৱে সদায় বাধা দি গৈছিলো। কিয়নো, যি মৰমত কোনে চেষ্টা নাই, যি সোঁতত কোনো বাধা নাই, তেনে উপযাচি দিয় মাদকতাহীন মৰমে কাৰো প্ৰাণত আকাঙ্ক্ষাৰ পৰিতৃপ্তি আনি দি নোৱাৰে।

জীৱনৰ এটি নতুন অধ্যায়ৰ কথা। ৰৰকৈ খাটি পড়ি অনাছ´ লৈতে বি,এ পৰীক্ষাটো দি আছি, ভাগৰুৱা মন দেহটোক আৰামেৰে অলপ এৰি দি, ঘৰত বহি কিতাপি লৈছো অপ্ৰচুৰ জিৰণিৰ মাজত, মানসিক খোৰাক হিচাপে অকল ইউৰে পীয় নাম কৰা সাহিত্যিক কেইজনমানৰ লিখা উপন্যাস কেইখনম ধ্‌পাই লৈ, একালৰ পৰা এনেয়ে পঢ়ি গৈছোঁ।

এদিন দুপৰীয়া, তুদিন ধৰি ৮৫ াভিন্নিৰ "ক্ৰাইম্ এণ্ড পানিছমেণ্ট ৰ মাজত সোমাই, জীৱনৰ আন্ধাৰ ভয়াবহ দৃশ্যাৱলীৰ মাজত ঘূ ফুৰি, হঠাতে চকু তুলি চাই খিড়ীকিৰে দেখিলো, আমাৰ ঘৰ আগত থকা টিলাটোৰ ওপৰত প্ৰকাণ্ড বঙলাটোৰ গেটত, কেইখন মটৰ-গাড়ি আহি ৰৈছে।

গম নোপোৱা ঘটনা এটি কৌতুহলেৰে চোৱাৰ দৰে বহী কিতাপ খন জপাই বাহিৰৰ দৃশ্যটোলৈ অলপ মন দিব খোজোতেই, অকণ আক ঘৰৰ চোৱালীকিতাই ভীষণ হাই উকমি লগাই কোঠাৰ মাজেৰে গৈ, পৰ্টিকোৰ কেইটামান কাষত থিয় হলৈ

তাতে থিয় হৈ, প্ৰত্যেকে নবাগতবিলাকৰ বিষয়ে ইজনে সিজনে নানা অভিমত প্ৰকাশ কৰিবলৈ ধৰিলে।

শেষত মঞ্চো উঠি আহি থিয় দি, মুখৰ ওপৰেদি বাহিৰলৈ হুমুকিয়াই চাই প্ৰশ্ন কৰা মাত্ৰকেই অকণাই অতি প্ৰস্তুতৰ দৰেই একে লেখাৰিয়ে কৈ গ'ল—

"তাকে কওঁ ইমান দিনে তুমি ডুব দি আছিলা ক'ত ? ভাৱী মন্ত্ৰী ৰিটায়াৰ্ড জজ ৰায়বাহাদুৰ চলিহাই গোটেই পৰিয়ালে সৈতে শিলঙত চেটেল কৰো বুলি, আমাৰ ঘৰৰ আগৰ এই মৰগ্ৰেণ্ড ছাহাবৰ প্ৰকাণ্ড টিলাটো ঘৰে মাটিয়ে তেৰ হাজাৰ টকাৰে কিনি লৈ, আজি গুৱাহাটিৰপৰা এই মাত্ৰ উপস্থিত হৈছেহি, এই খবৰটো তুমি এতিয়াও পোৱা নাই। চলিহাৰ ফেমিলিৰ একো একোজনবে কবলৈ গলে একো একোখন হিষ্ট্ৰি। ডাঙৰ লৰাই আই-চি-এছ দিবলৈ গৈ আজি ছবছৰে বিলাতৰপৰা উভতি অহা নাই। এজনে ইণ্ডিয়ান মিলিটাৰিত কাম কৰে। তাৰ সৰুজনে বেধে ফিল্ম কোম্পানীত সোমোৱাৰ কাৰণে দেউতাকে ত্যাজ্য পুত্ৰ কৰি ঘৰৰপৰা উলিয়াই দিছে। কিন্তু সকলোতকৈ চৰা হৈছে তেওঁৰ একমাত্ৰ কন্যা, কলিকতা ফ্ৰেন্স কনভেণ্টত ডাঙৰ হোৱা দীপিকা বাণী আইদেউ, গোটেই অসমৰ ভিতৰতে এজনী নামজ্বলা ককেট্ৰ ছোৱালী। গলফ ড্ৰাইভিং, টেনিছ খেলাৰ উপৰিও নিতান্ত স্বচ্ছন্দভাৱে ইউৰোপীয়ান সকলৰ ব্ৰীজ আৰু থিয়েটাৰ পাৰ্টিত যোগ দিব পাৰে। সিবেলি পূজা ছিজনত শিলঙলৈ আহি এঙলো-এছামিজ চাৰ্কেলত যথেষ্ট নাম কৰি থৈ গৈছে। আজি তেওঁকে তোন চাবলৈ মই ফাঁকি দি হুলাহুলকৈ ছুটী লৈ আহিছো।

আৰু এটি কিবা কৰলৈ গৈয়েই অকণাই হাঁহি উঠত কামোৰ মাৰি বৈ আনফালে মুখ কৰি গুচি গ'ল। মই নিজৰ কৌতুহল ঠেলি ৰাখিব নোৱাৰি লাহে লাহে বাৰাণ্ডালৈ ওলাই আহি, বৈ চাই দেখিলো যে ঠিক সেই মুহূৰ্ত্তে এজনী ক্ষীণ পাতল, ওখ দেহৰ, পাৰ্চী পেটানে মেৰিয়াই ৰঙচুৱা জৰ্জেটৰ শাৰী পিন্ধা ছোৱালীয়ে, উগাহত জাপ মাৰি মটৰৰপৰা নামি, চকুৰ ক'লা ডাঙৰ গগ্‌লছ চচমাযোৰ সোলোকাই হাতত লৈ, ঘৰৰ ওপৰলৈ গেটৰপৰা উঠি যোৱা খিয় খটখটিৰে প্ৰায় জপিয়াই জপিয়াই খাপে খাপে উঠি, মূৰৰ আধা বৰ কৰা চুলিৰ জাপৰটো নচুৱাই নচুৱাই যাব লাগিছে।

পৰীক্ষা দি আহি ঘৰত জিৰণি লোৱা মোৰ শিথিল জীৱন চাকৰিটো আকৌ কোবাল বেগেৰে চলিবলৈ ধৰিলে। আস্বাদহী নিষ্কৰ্ম্মাৰ গতানুগতিক জীৱন গুচি নিমিষতে এটি উগ্ৰ, কৰ্ম্মময়, মুহূৰ্ত্ত প্ৰতি বিচিত্ৰ, নতুন জীৱনৰ আৰম্ভনি হ'ল।

দীপিকাৰ দীপ শিখাই মোৰ মনৰ দীপ-কাঠীটো জুইৰ আঙ জ্বালি দিলে।

নতুনকৈ ব্ৰীজ শিকি সদায় দুপৰীয়া ব্ৰীজৰ আড্ডাত বহি গলো পিঙপঙৰ টেবিলত বল কোবাই আজীৱনৰ কাভৰ জড়তা নোহে কৰিলো। দুদিনৰ ভিতৰতে গিয়েৰ ক্লাছ আৰু এক্সিলেটৰ ক্লাছ আ গিয়েৰ মুখস্থ হৈ গ'ল আৰু একেবাৰে চকুৰ আগত পৰ।

চেম্পিয়ানশ্বিপৰ সোণালী সপোন ভাহি উঠিল ! খিলঙৰ আকোৰা-পকোৰা নামনিৰ বাটত হুৰ-হুৰাই মটৰ তললৈ নমাৰ দৰেই, মোৰো জীৱনৰ মটৰৰ গতি ঠিক তেনেকৈ কোবাল খুমুহাৰ আগত চলিবলৈ ধৰিলে ।

জীৱনৰ সকলো তল পৰি মোৰ চকুৰ আগত কেৱল ভাহি উঠিল দীপিকা, দীপিকা, দীপিকা । মোৰ সকলো পুৰুষাৰ্থৰ আগত থিয় হল আহি অকল দীপিকা । কাৰণ, দীপিকা ইমান দ, ইমান অবোধ্য, ইমান কষ্টকৰ ! দীপিকা নিতৌ নতুন । দীপিকাৰ কূল নাই, তলি নাই, শেষ নাই । দীপিকা ছোৱালী, দীপিকা দেৱী, দীপিকা দানৱী ।

দীপিকাৰ সামান্য এটা প্ৰাণৰ নাইবা দেহৰ সান্নিধ্য পাবলৈ পাবলৈ কিমান হাবাথুৰি খাব লাগে । সেই কাৰণে তাত ইমান উত্তেজনা উপচি থাকে । কিমান প্ৰতিদ্বন্দ্বী দীপিকাৰ প্ৰেমৰ নিমিত্তে ! সুভেন্দ্ৰম্—অবিবাহিত মাদ্ৰাজী আই-এছ-ই ; সুধীন সেন বঙালী—বৰলা ডিভিজনেল পোষ্টেল ছুপাৰিণ্টেডেণ্ট ; বিজিত বৰুৱা—বিলাত যাত্ৰী কোটিপতি চাহ খেতিয়কৰ একমাত্ৰ সুমলীয়া উত্তৰাধিকাৰী । তাৰ বাহিৰেও কিমান আশাহীন, আশাহত নিতৌ নতুন যুৱকৰ অহা যোৱা আৰু প্ৰাণৰ আক্ষেপ !

সেই কাৰণেই সকলোৱে মোক গোপনে হাঁহে । কয়, ই মোৰ বৃথা চেষ্টা । আনকি অৰুণায়ো তাকে কৈ মোৰ জীৱনত মোক ইতিকিং কৰে । আৰু বাসন্তীয়ে অৰুণাৰ আগত দুখ কৰি কয়,—মই নিৰ্ব্বোধ, অবুজৰ দৰে কাম কৰিছোঁ । মই ধন-জনৰ পাছে পাছে লৰিছোঁ । দীপিকাই জানি শুনি মোক ছলিছে ।

সেই দেখি সকলোৰে ওপৰত মোৰ এটা বিদ্রোহৰ ভাব জাগি উঠিছে। সকলোকে খোলাখুলিকৈ মই অপদস্থ কৰি দিবলৈ চেষ্টা কৰিছোঁ। বিশেষকৈ বাসন্তীক। বাসন্তী কি স্পৰ্দ্ধাৰে দীপিকাৰ লগত তুলনাত আহিব খোজে? দীপিকাৰ তুলনাত বাসন্তী কিমান প্ৰাচীন কিমান প্ৰাণহীন, নিস্পন্দ, নিৰ্জীব! অকল ছোৱালীৰ দেহৰ আকৃতি থাকিলেইতো ছোৱালী নহয়? দীপিকাৰ নিচিনা বাসন্তীৰ ছোৱালীৰ প্ৰাণ ক'ত? উলাহৰ হিন্দোল ক'ত? দীপিকা স্বচ্ছ, স্পষ্ট, তীব্ৰ ৰসৰ নিজৰা। বাসন্তী সৰল, সাধাৰণ, স্থবিৰ, শুষ্কপ্ৰাণ।

গতিকে মই সকলোৰে কথাকে আওকাণ কৰি অকল দীপিকাৰ কাৰণে পুৰুষাৰ্থ কৰিম। কাৰণ, তাঁত প্ৰচেষ্টা আছে, নিৰুৎসাহ আছে, আৰু ক্ষণিক কৃতকাৰ্য্যতাৰ উন্মাদনা আছে। তাত মোক কোনেও হাক-বাধা কৰিব নোৱাৰে, বাসন্তীৰতো সাধ্য নায়েই!

পুৰা দুবছৰে একে গতিৰেই জীৱন, ধুমুহাৰ বুকত লৰি বোৱাৰ দৰে লৰি গ'ল। তথাপি দীপিকাৰ কোনো অন্ত নাপালো। কাৰণ দীপিকা এজনী নহয়, অনন্ত।

এই দুবছৰে নতুন কথা একো ভৰা নাই। কলিকতাত এম, এ পঢ়িবলৈ গৈয়ো নতুন একো শিকা নাই। দীপিকালৈ চিঠি লিখিছোঁ। দীপিকাৰ চিঠিৰ উত্তৰলৈ বাট চাই সময় কটাইছোঁ। কটোৰ দোকা-নলৈ গৈ পুৰণি স্মৃতিৰ ফটো এন্‌লাৰ্জ আৰু নতুনকৈ প্ৰিণ্ট কৰিছোঁ আৰু তাকে লৈ এনবাৰ সজাইছোঁ। নিউ মাৰ্কেটৰ দোকানৰ পাৰ্টীৰ

আগে আগে গৈ, দীপিকাৰ কাৰণে উপহাৰ পছন্দ কৰিছো। ভিক্টোৰীয়া মনুমেণ্ট, চিনেমা-ঘৰ আৰু ঢাকুৰীয়াৰ পাৰলৈ গৈ দীপিকাক কাষত লৈ কল্পনাৰ সপোন ৰচি ফুৰিছো।

তথাপি ভাগৰি পৰা নাই, অৱসাদ অহা নাই, প্ৰাণৰ নিৰুৎসাহত ভাঙি পৰা নাই, বিদ্ৰোহত তিতা হৈ উঠা নাই।

জগতৰ আন সকলো ভুল পৰি গৈছে; বহুদূৰলৈও আৰু বিচাৰি বিচাৰি কাকো পোৱা নাযায়। বাসন্তী? বাসন্তী মৰি ভূত হৈ পৃথিৱীৰপৰা সম্পূৰ্ণ অদৃশ্য হৈ গৈছে। অতীতৰ স্মৃতিৰ কবৰৰ মাজৰপৰাও জোৰ কৰি আৰু বাসন্তীক উদ্ধাৰ কৰা নাযায়।

ঠিক দুবছৰ পিছত, বি. এ দি ঘৰলৈ অহাৰ দৰে, এম. এৰ এখনি পেপাৰ দি আৰু নিদি আকৌ ঘৰলৈ উলটি আহিছো। স্মৃতিৰ ফলিত, আকৌ সেই দুবছৰ আগৰ প্ৰথম জীৱনৰ ছবিখনি জাগৃত হৈ উঠিছে। মনত সেই একেটি আশা একেটি উদ্যম, একেটি কামনাৰ মূৰ্ত্তি জীৱন্ত হৈ জ্বলি আছে। ঘৰত সোমায়ে খিড়িকীৰে চাই দেখিলো, এইমাত্ৰ হে যেন মটৰৰপৰা নামি খটখটিৰে নাচি নাচি চুলি উৰুৱাই দীপিকা ওপৰলৈ উঠি গৈছে।

আকৌ সেই দৰে একেভাবে জীৱন চলিছে। ব্ৰীজ, ৰেডিও টেনিছ, মটৰ গল্ফ আকৌ সেই প্ৰথমৰ দৰে একে ঘূৰতে আৰম্ভ হৈছে। দীপিকাৰ, আগৰ দীপিকাৰ অকণিও সলনি হোৱা নাই।

সুভেন্দ্ৰম, সুধীন আৰু বিজিত সকলোৱে আগৰ নিচিনা একে গতিৰে চলি আছে।

সিদিনা কেলভিনত ৰেডক্ৰছৰ চেৰিটি শ্বো'। আবেলি ১২-১০ৰ একছেট হেভি পিঙং ঙ খেলি উঠি, ককোৰ সুগন্ধি পিয়লাটো লাহে লাহে ওঠেৰে চুপি; মুখৰ ঘাম টাৱেলেৰে মচি মচি, ওচৰ চাপি অহা দীপিকাৰ গাৰ কাষত, অতি আবেগত লেনিয়াই কলো.

"দীপি আজিৰ মুক্ত ৰজনী মোৰ জীৱনত চিৰৰজনী হৈ থাকিব। সেয়ে আজি তোমাক মই অকলে পাব খোজো। আজি তোমাক মোক অকলে লাগে। আজি তোমাৰ আৰু মোৰ ব্যৱধানৰ মাজত অইন কোনেও আহিব নোৱাৰে। মাত্ৰ তুমি আৰু মই,—আজি তোমাক নিবিড়ভাৱে সম্পূৰ্ণভাৱে, ব্যাপকভাৱে মই পাব খোজো।

দীপিয়ে এটা ভীষণ তাচ্ছিল্যৰ চুটি হাঁহি মাৰি টাৱেলখন পেলাই থৈ ককোৰ কাপটো মুখলৈ তুলি লৈ কলে,

"একেবাৰে সম্পূৰ্ণ ব্ৰাউনীয়ান আইডিয়া ধাৰ কৰিলে মিষ্টাৰ দুৱৰা! আপোনাৰ স্পিচটো, শুনি মোৰ একেবাৰে ব্ৰাউনিঙৰ "লাষ্টৰাইড টুগেদাৰ" টোলৈ মনত পৰি গ'ল।—হুঁ—নিবিড়? সম্পূৰ্ণ?—ব্যাপক? তেনেহলে এইবোৰ সাধাৰণ পোৱাক আপুনি কি পোৱা বুলি কয়, মিষ্টাৰ দুৱৰা?

একে উশাহতে কলো,

"ইমান সামান্য আৰু সংকীৰ্ণ পোৱাত মোৰ প্ৰাণৰ আকুল তৃষ্ণা নপলায় দীপি। ভাবো নো তুমি ইমান দিনেও বুজি পোৱা নাইনে?

মোৰ প্ৰাণৰ জুই চিৰ প্ৰজ্জলিত আৰু চিৰস্থায়ী। শেষলৈকে কৰি-তাত লিখাৰ দৰে,—

হোঃ হোঃ কৈ হাঁহি বাগৰি পৰি দীপিয়ে মুখখন চাই সুধিলে, "তেনেহলে আমাৰ এই ঐতিহাসিক মিলনৰ ঠাই আজি আপুনি ক'ত ঠিক কৰিছে, মিষ্টাৰ হুবৰা ?

"কেলভিন ছিনেমাৰ আজিৰ চেকিটি খ'ত।"

"ছিঃ কি আন্‌প'য়েটিক" বুলি দীপিকাই একেবাৰে নাকটো কোচাই বিৰক্তি দেখুৱাই কলে,

"পৃথিবীত যদি কাৰবাৰ লগত কৰবাত মই একেলগে গৈ বহি-বলৈ আপত্তি কৰো, তেনেহলে এই ছিনেমাঘৰবোৰত। আপুনি যি মুহূৰ্ত্ততে কোনোবা এজন ডেকা ল'ৰাৰ লগত তাত গৈ উপস্থিত নহক, সমবেত মূৰ্খ জনতাই ভাবি লব যে নিশ্চয় আপুনি চোৰাংকৈ প্ৰেম কৰিবলৈ আহিছে। গতিকে শতকৰা নিৰানব্বৈ জনেই ছিনে-মাৰ পৰ্দাৰ ওপৰত চকু নাৰাখি আপোনাৰ ওপৰত ৰাখিবলৈ বাধ্য। সেই কাৰণেই এই ছিনেমাঘৰবোৰক মই মাছৰ বজাৰতকৈও বেছি ঘিণ কৰো। আৰু সেয়ে আজি বিজিত বৰুৱাই ৰাতিপুৱা চেকিটিলৈ লগ ধৰোঁতে, তেওঁক মই একে কথাৰে নিৰাশ কৰি দিছো।

অলপো নদমি, মই নিজৰ উচ্ছা একেদৰে ৰাখিয়ে কলো,

"কিন্তু দীপি, মই যে আমাৰ দুয়োৰে কাৰণে আজি আগধৰি টিকেটটো কিনি পেলাইছো। হাজাৰ বেয়া হলেও বছ এটাক নিজৰ অভিৰুচিমতে ভাল কৰি সজাই লোৱা যায়। যদি লোৱা, ছিনেমাতৈল যোৱাৰ আগতে তোমাৰ ইয়াত সৰু এটা টি-পাৰ্টি। তাৰ পিছত 'বো' ভাঙিলে মটৰেদি লং ৰাউণ্ডৰ নিৰ্জন

আলিবাটেৰে সুন্দৰ ৰাতি এটা মনো-মোহা 'ড্ৰাইভ'। গাড়ীত অকল তুমি আৰু মই,—আৰু কোনো নাই। চিনেমাত দেখ কথাবোৰকে আকৌ আমি দুয়োকে দুয়ো মনৰ ভিতৰত ভাবি উলিয়াম। তুমি আস্তাষ্টেন্ আৰু মই ফ্ৰেডৰিক্ মাৰ্চ্চ হৈ আমি আকৌ নতুনকৈ দুয়োয়ে "উই লিভ এগেইন্" জীৱন্ত কৰি তুলিম।"

মোৰ উচ্ছ্বাস দেখি দীপিয়ে কুটিল এটা হাঁহি মাৰি, দীঘল ৰূপালী মেনিকিওৰ কৰা আঙুলী কেইটিৰে সৈতে হাত এখন আগ বঢ়াই দি কলে, "থাক, তেন্তে গ্ৰেণ্টেদ".

আৰুময়ো ঠিক তেনেকৈয়ে অভিনয়ৰ ঠেওত হাতখন মোৰ হাতৰ মাজত সুমুৱাই লৈ, তাতে গভীৰ কৃতজ্ঞতাৰ চিন এটি ওঁঠেৰে জনাই লৈ কলো,—

"অশেষ ধন্যবাদ তোমাৰ দয়াৰ কাৰণে দীপি।"

সময় যদি কেতিয়াবা বৰ দীঘল হৈ পৰে, তেনেহলে এই প্ৰেমৰ মিলনৰ আগৰ সময়বোৰ। এটি ঘন্টাত ষাঠিটাকৈ মিনিট, এটি মিনিটত ষাঠিটাকৈ চেকেণ্ড, এই কথাটো যেন অকল সিদিনাহে মই আৱেলি তিনি বজাৰপৰা গধুলি ছয় বজালৈ অপেক্ষা কৰি, জীৱনত প্ৰথম দিন ভালকৈ উপলব্ধি কৰিব পাৰিছিলো।

ঠিক পাঁচোটা বাজি দহ মিনিত যোৱাত দীপিকাই সাজি-কাচি সাজু হোৱাৰ কথা। নিশ্চয় সেই ৰঙচুৱা ৰঙৰ জৰ্জ্জেটৰ শাৰীখন আৰু সেই ৰঙৰে ব্লাউছটো। প্ৰথম সিদিনা দেখাৰপৰাই যেন সেই বস্ত্ৰ দুটাৰ ওপৰত মোৰ গভীৰ এটা প্ৰীতি সোমাই পৈছে। ভৱিত

নিশ্চয় সেই বাটাৰ নতুন পেটাৰ্ণৰ ছেণ্ডেল খুযোৰ। তাৰ ষ্ট্ৰেপ্‌ৰ ফাঁকেদি ভৰিৰ নিপোটল সৌন্দৰ্য্য আৰু বঙৰ লোভনীয় কমনীয়তা খিনি অতি সুন্দৰ ৰকমে দেখা যায়। গাত অলপ কালিফৰ্ণিয়ান্ পপিৰ ম্লান গোন্ধ। ওঁঠত অলপ পাতল লিপষ্টিকৰ আভাস থাকিলেও থাকিব পাৰে।

অতি কষ্টে ঘড়ীৰ কটা গৈ চাৰে চাৰিটাত লাগে; কিন্তু তথাপি মোৰ সাজ-পাৰ শেষ হৈ নাহে। পুৰুষ মানুহৰ পক্ষে এনেকুৱা সময়ত অকলে অকলে নিজকে নিজে সাজিবলৈ কি ডাঙৰ অসুবিধা। আমি আমাৰ পছন্দবোৰ ছোৱালীবোৰক ইমান সহজতে কৈ দিওঁ। দীপি, তোমাক এই শাৰীখন পিন্ধিলে, মষ্ট বৰ ধুনীয়া দেখো। তুমি তেনেকৈ তোমাৰ চুলিবোৰ আচুৰি ৰাখিলে ঠিক ছবিৰ মেডোনাটো যেন হৈ পৰা। আৰু এই মাকলাৰ খনৰ ৰঙটো তুমি গাত ললে আকৌ দুগুণে বেছি উজ্জল যেন দেখি। কিন্তু আমাৰ বিষয়ে ছোৱালীবোৰৰ সেইদৰে পছন্দবোৰ জনাৰ কোনো উপায় নাই। সেইদেখি আমি নিজে নিজেই ইযোবৰ পিছত সিযোৰ কাপোৰ সলাই ইখনৰ পিছত, সিখন কাপোৰ পিন্ধি নিজৰ কছিমতেই সাজি ওলাব লাগে। কামিজৰ কলাৰটো এনেকৈ পেলাই ললে ভাল দেখিব নে তেনেকৈ তুলি ললে বেছি ধুনীয়া হব তাকে আমাক কোনেও কৈ নিদিয়ে। চাদৰৰ এই আচলটো এইদৰে হাতৰ তলত সুমুৱাই ললে ভাল হব নে এইদৰে কান্ধপৰা পেলাই ললে বেছি কাব্যিক হব, তাক আমাৰ জনাৰ কোনো উপায় নাই। নাইবা এনেকুৱা মুহূৰ্ত্তত চুৰিয়া-চাদৰে বেছি শুৱাই পৰিব নে পেণ্ট-নেকটায়ে বেছি উপযুক্ত হব, তাকো আমি বহুত সময়ত ভাবি নাপাওঁ।

ঠিক পাঁচোটা বাজি পাঁচ মিনিট পাৰ হৈ গৈছে। আৰু পাঁচ মিনিট পিছতেই মই গৈ উপস্থিত হোৱাৰ কথা। সেই বেড্‌ৰুম-ৰোৰৰ একেবাৰে শেষত থকা অকলশৰীয়া পচা কোঁঠালীটিত দীপিয়ে মোৰে আজি অকলে অকলে চাহ খোৱাৰ কথা। সক একাপ লিপটনৰ কাৰা চাহ। এক শ্লাইছ কটি আৰু জাম্, এটা এগপোচ এটা ৰসগোল্লা, এটা কল বা আপেল—বছ। দীপিয়ে নিশ্চয় আজিৰ এনেবুৱা দিনত নিজে কাপত চাহ ঢাকি দিব। হয়তো আৰু অলপ চাহৰ নতুন লিকাৰ খোজোতে কাপত ঢাকি দি কব, 'মিষ্টাৰ দুৰবাই কি মাৰাত্মক কাৰা চাহ খোৱাৰ অভ্যাস কৰিছে।' মই হয়তো হাঁহি উত্তৰ দিম, 'দীপি! উগ্ৰতাই মোৰ জীৱনৰ ডাঙৰ বিশেষত্ব।' তাৰ পিছত দুয়োৱে হাঁহিম, অনৰ্গল, উন্মুক্তভাবে মিছামিছি! শেষত ঘড়ী চাই, সময় হোৱাৰ দৰে উৎকণ্ঠা দেখুৱাই দুয়ো লৰালৰিকৈ ওলাই ওচি আহিম। অহাৰ সময়ত উল্লাসত দীপিৰ ক্ষীণ কঁকালত লাহেকৈ হাতখনি থম। দীপিৰে কান্ধৰ ওপৰেদি মোৰ চকুলৈ চাই এটা দুষ্টালিৰ হাঁহি হাঁহিব তাৰ পিছত একেবাৰে মটৰ গেৰেজত ড্ৰাইভাৰে গেট খুলি দিয়ে থিয় হৈ ৰব। মই দীপিকাক কাষত বহুৱাই লৈ, মটৰ হৰহৰাই নমাই ৰাস্তাইত উৰি যোৱাৰ দৰে উৰি যাম।

ইপিন সিপিনকৈ খুৰি ফুৰোতেই হঠাতে এবেলি কেতিয়া পাঁচোটা বাজি পোন্ধৰ মিনিট হৈ গ'ল। একেবাৰে পাঁচ মিনি

পলম হৈ যোৱাত, মই প্ৰায় উন্মাউল হৈ, লৰ দিবলৈ বাৰাণ্ডালৈ ওলাই আহিলো। এটা নহয়, দুটা নহয় পাঁচোটাকৈ মিনিট পলম হৈ গৈছে, দাপিকাৰ চাগৈ অস্থিৰতাৰ এতিয়া সীমা নাই। কিজানি মোৰ উপস্থিতিত লাহে লাহে সন্দেহ কৰি একেবাৰে ম্ৰিয়মান হৈ পৰিছে। নিজকে নিজে ধিক্কাৰ দি একেবাৰে উৰ্দ্ধশ্বাসে ঘৰৰপৰা ওলাই আহিবলৈ কাৰবাৰ কৰিছোঁ, এনেতে পাছৰপৰা অকণাই মাত লগালে—

"ৰবদা, অলপ বৈ যা।"

"অলপ বৈ যা," "অলপ বৈ যা," এই কথাষাৰি মোৰ বুকুৰ মগজুৰ ভিতৰেদি কেবাবাৰো ভীষণ জোৰেৰে খুন্দা খাই গ'ল। অসম্ভৱ কথা অকণা, সঁচাকৈয়ে এতিয়া ৰবলৈ জীৱনত মোৰ সময় নাই। তই মিছাকৈয়ে পাছৰপৰা মাতি মোৰ অমঙ্গলৰ সূচনা কৰিলি। মোৰ এনেয়ে বহুখিনি লাজ লগা পলম হৈ গৈছে। দীপিয়ে মোলৈ বাট চাই চাই নিশ্চয় ভাগৰি পৰিছে।

ভীষণ খঙত হুঙ্কাৰ দি কলোঁ,—

"ৰবলৈ মোৰ সময় নাই আৰু তোৰ কথা মই পিছে আহিও শুনিম।

"পিছে আহি শুনিলে চলিব কেনেকৈ? বাসন্তীক তই চেৰি-টিলৈ যাওতে ঘৰৰপৰা লগত লৈ যাবি। মই জানো তই চেৰিটিলৈ যাবলৈ ওলাইছ। মই নিজে আজি যাব নোৱাৰিম। তাইক ঘৰৰ পৰা আগ বঢ়াই নিওতা কোনো নাই।"

কৰবলৈ মন গৈছিল, বাসন্তীক নিবলৈতো নিশ্চয় যম আছে। বাসন্তী? বাসন্তী? আকৌ সেই বাসন্তী। আজি দুবছৰেটো বাসন্তী মোৰ মনৰপৰা একেবাৰে মৰি থোঁৰা হৈ গৈছে। এই দুবছৰতে

বাসন্তীক মই এদিনো চোৱা নাই, মতা নাই, বিচৰা নাই। বৰং অৱহেলা কৰিছো, তাচ্ছিল্য কৰিছো, ঘৃণা কৰিছোঁ, প্ৰাণত আঘাত দিছো। তথাপি বাসন্তীয়ে মোক এৰা দিয়া নাই। ছোৱালীৰ প্ৰেম ইমানেই নে মৰিও মৰ-কামোৰ নেৰা?

স্পষ্ট খণ্ডেৰে মই অৰুণাক শুনাই কলো,—

"অৰু তোৰ বন্ধুক নিব নোৱাৰি সঁচাকৈয়ে মই বৰ দুখিত। মোৰ তাতোকৈ ডাঙৰ অইষু এজনৰ অনুৰোধ আছে।"

উধাতু খাই লৰি আহোঁতে অৰুৰ কথা কেইটা, কি কৈছিল এটাও কথা মোৰ কাণত নপৰিল; কিন্তু মোৰ দৃঢ় ধাৰণা হৈছিল যে মই কেনেকৈ উদভ্ৰান্তৰ দৰে লৰি আহি দীপিকাহঁতৰ ঘৰত সোমোৱা দেখি, অৰুণাই বাৰাণ্ডাত থিয় হৈ মোৰ পিনে চাই এটা ডাঙৰ পুতৌৰ ভীষণ দুখৰ হাঁহি হাহিছিল।

দহ মিনিত পলম হৈ গৈছে—অনাহকত, মোৰ দোষত, অতি বহুমূলীয়া সময়। লাজতে ঘামি-জামি তাকে ভাবি মই ঘৰত চোৰৰ নিচিনা আহি উঠিলো! নিশ্চয় দীপিকাই মোৰ ওপৰত খঙ কৰি অভিমানত কৰবাত দুখ কৰি বহি আছে। হয়তো বা মই অহাৰ সম্ভেদ পাই আথে-বেথে আৰু উঠি নাহিব। হাঁহি আহি উলাহত মোক সাদৰি নিনিব। কথা নকব, মৰমৰ চুপটি নকৰিব আৰু ভৱিষ্যতেও মোৰ কথাত কোনো দিনে বিশ্বাস নকৰিব।

ভয়ে ভয়ে, ভৰি টিপি টিপি ইঘৰ সিঘৰকৈ দীপিকাক বিচাৰি ফুৰিলোঁ। বাৰাণ্ডা, কৰিদ'ৰ, পটিকো, লাউঞ্জ, বেড্‌ৰুম, দীপিকা কতো'। নাই। দীপিকাৰ ছাঁটোও যেন গোটেই ঘৰটোত অদৃশ্য হৈ গৈছে। তেনেহলে দীপিকাই খণ্ড কৰি নেকি, একেবাৰে সেই নলগৰ পড়া কোঠালীত, ছোফাত মুৰটো পেলাই শুই আছে? মোৰ কাৰণে সজাই থোৱা চাহৰ সৰঞ্জাম আৰু থোৱা বস্তবোৰ গুচৰতে টিপয়ত নিৰাশভাৱে এনেয়ে নোচোৱাকৈ পৰি আছে?

বুকুত বহুতো সাহস গোটাই লৈ, হাতত সাৰে ভৰিত সাৰে আঙুলিৰ মুৰত খোজ দি দি, দুৱাৰৰ কাষত থিয় দি পৰ্দাখন লাহেকৈ আঁতৰাই কাঁচৰ কাষেদি ভিতৰলৈ এটা চকুৰে চাই পঠিয়ালো আৰু শুনিলো।

"* * * ইহ মিষ্টাৰ বৰুৱাৰ কি ভেমটো! খাওকচোন আৰু এটা ৰসগোল্লা। এটা এগ্‌পোছ—আৰু দুচকলমান আপেল, মই নিজ হাতে কাটি দিওঁ—নাই, নহয়, এই দুখন কেক্ আপুনি খাবই লাগিব, মৰেলোৰপৰা এই মাত্ৰ অনা—* * * আৰু অলপ চাহ আনি দিম? গাখীৰ? ইহ, কি সৰু লৰাৰ দৰে চুপি চুপি আপুনি চাহ খায়!—হৈছবক্, মই কাপটো মুখত লগাই দিছোঁ। একে সোহাই আপুনি শেষ কৰিব লাগিব। হোঃ হোঃ হোঃ—আপুনি নোৱাৰিলে। ইছ, কোটৰ কলাৰ একেবাৰে নষ্ট হৈ গ'ল। ৰব, ৰব, মই ৰুমালেৰে মচি দিছোঁ—কালিকণিয়াৰ পলি কেনে লাগে আপোনাৰ গোন্ধটো? * * * বহু, এতিয়া উঠক। সময় বোধকৰো উকলি গৈছে। আপুনি কোৱাফতে ছিনেমা চাবলৈ যাম। ছিট? ভয় নাই। মই এতিয়াই কোন্

কৰি বুদ্ধ কৰিছো। কি পক্ষ? শুক্লপক্ষ নহয়? উঃ জোনাকত লগু ৰাউগুত আজি কালি ৰাতি ফুৰিবলৈ কেনে ৰোমাণ্টিক হব। ঠাণ্ডা? নাই, অকণো নালাগে। লগত লাগিলে ৰাগ লয়। * * *

আন্ধাৰত বগুৱা ৰাই, পিৰালিৰপৰা সাপ নমাদি মই ছাব দৰে লাহে লাহে পিছলি পিছলি নামি, ছাব দৰেই তাৰপৰা অদৃশ্য হৈ গলো। * *

গায় গায় লিপিত থাই ধৰা আন্ধাৰ। ছিনেমা ঘৰত অসম্ভৱ মানুহৰ ভিৰ। এই অগণিত জন-সমুদ্ৰৰ মাজত কাৰো লগতে আজি প্ৰাণৰ মোৰ মিল নাই। আৰু কোনেও গম নোপোৱাকৈ মই লুকাই আছি, সিহঁতৰে মাজত সোমাই আছোঁহি। সকলোৰে ভিৰত গেলেপ থাই, অতি কষ্ট কৰি, ভীষণ উত্তেজনা লৈ একাগ্ৰ-মনে ছবিৰ ৰস আস্বাদন কৰিছে। ক্ষণিকৰ কাৰণে হলেও জীৱনৰ আন সকলো কথা পাহৰি গৈ, ছবিৰ গল্পৰ নৰ-নাৰীৰ লগতে সিহঁতৰ মন গাঁথি দি সিহঁতৰ লগতে আনন্দ বা কষ্ট অনুভৱ কৰিবৃ লাগিছে। মই কিন্তু মুমূৰ্ষুৰ দৰে বুকুত এটা সহিব নোৱাৰা তাণ্ডৱ ক্ষত লৈ, পৃথিবীৰ সকলো তিক্ততা মোৰ চকুৰ আগত পুঞ্জীভূত কৰি, অকল এহাল নুখৰ কাণে লুকাই আন্ধাৰত একেধৰে

হৈ আছো। বুকুৰ সকলো তেজৰ শিখা মোৰ চকুৰ সন্মুখত জ্বলি উঠি সেই খোপমৰা আন্ধাৰ ঘৰৰ অন্ধকাৰতো সেই মুখ দুখন মোৰ চকুৰ দৃষ্টিত যথেষ্ট পোহৰ কৰি তুলিছে। সামান্য দাঁতৰ এটি জিলিঙনি, ওঁঠৰ এটি হাঁহিৰ আভাস, দেহৰ এটি মৃদু সঞ্চালনো মোৰ চকুৰ আগত শত গুণে ডাঙৰ হৈ, মোৰ ভয় বুকুত খুন্দা খাই খাই উঠিছে।

নিৰ্জীৱ, নিৰস্ত, কাঠৰ চকীখনৰ দৰেই নিশ্চল হৈ একে ঠাইতে হৈ একেদৰে বহি থাকিলো। মোৰ চকুৰ আগেদি, দুঘণ্টা ধৰি প্ৰাণহীন খোৱাৰ ছবিবোৰ আৰু বেছি খোৱাৰ দৰে নিৰৰ্থক হৈ একালৰপৰা বাগৰি গল। অভিনয়, অভিনেতা, গল্পৰ সাৰাংশ কলো নিষ্প্ৰাণ হৈ একোৱে মোৰ মনত আঘাত দিব নোৱাৰিলে। মই মাথোন কিবা এটা উগ্ৰ, কিবা এটি আকস্মিক, কিবা এটি প্ৰলয়ঙ্কৰ দুৰ্যোগৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলো। ধুমুহা, বজ্ৰপাত, অগ্নিদাহ, ভূমিকম্পৰ কল্পনা মোৰ চকুৰ আগত ভাহি উঠিল। মনতে ভাবিবলৈ ধৰিলো, এই ছিনেমা ঘৰটো যদি তিয়াই কিবা এটি দুৰ্ঘটনাত সমূলি ছাৰখাৰ হৈ যায় আৰু তাতে থকা আবাল-বৃদ্ধ-বনিতা সকলো জন প্ৰাণী যদি একেলগে ধ্বংসৰ মুখত এক মুহূৰ্ত্ততে বিলীন হৈ যায়, মই মনে মনে কি অপাৰ আনন্দ এটি উপভোগ কৰিম! কিয়নো ইহঁতৰ কাৰো প্ৰাণৰ লগত মোৰ প্ৰাণৰ সংযোজনা নাই, সহানুভূতি আৰু পৰিচয় নাই! মই সম্পূৰ্ণ এটি বেলেগ, বিচ্ছিন্ন, আচহুৱা প্ৰাণী।

কিন্তু মোৰ হাজাৰ প্ৰাণৰ আবেগৰ পিছতো, ধৰণীত সেই মুহূৰ্ত্তত কোনো খণ্ড-প্ৰলয় নহল, জগতৰ সকলো নৰ-নাৰী একেলগে কোনো আকস্মিক দুৰ্য্যোগৰ বিৰাট বুকুত সোমাই নগল। কি কেনৈ বা কিজানি কব নোৱাৰো, সঁচাকৈয়ে ঠিক সেই মুহূৰ্ত্তৰপৰা ছিনেমাঘৰৰ বাহিৰত, ভীষণ ধুমুহা, শিল-বতাহৰ সূত্ৰপাত হল

মেঘৰ গৰজনি আৰু শিলৰ শবদত ক্ষুদ্ৰ যন্ত্ৰৰ মাত নিস্ত মাৰি কাণত নপৰা হ'ল। বৰষুণৰ পানী বতাহত খিড়িকী, দুৱাৰ ফাকেদি সোমাই ঘৰত নিজৰা বৰলৈ ধৰিলে। বিজুলীৰ পোহৰ চকু ছাট-মাৰি গৈ ছবিৰ পাতল পোহৰ চকুত নলগা হল। সমস্ত জনতাৰ মিলিত আতঙ্ক আৰু অস্থিৰতাৰ হাই-উকমিয়ে গল্পৰ সমস্ত সোৱাদ নষ্ট কৰি পেলালে। ছবিৰ গতি শেষ হলতো, বাহি এই দুৰ্য্যোগৰ কাৰণে কোনেও ক'তো সাৰিব নোৱাৰি ঘৰ ৰ বাৰাণ্ডাৰ ভিতৰতে জুম বান্ধিবলৈ বাধ্য হ'ল।

এটি অদ্ভুত তৃপ্তিৰ উগ্ৰ আনন্দ লৈ মই বাৰাণ্ডাৰ একাষ দি, জনতাৰ মাজত লুকাই জনতাৰে উথল মাথল আৰু নি দুৰ্ব্বলতালৈ মন দি চাবলৈ ধৰিলো। প্ৰকৃতিৰ দুৰ্জ্জয় প্ৰ আগত সকলো মানুহেই এটি ক্ষুদ্ৰ অসহায় শিশুৰ দৰে হা হৈ মোৰ মনত আনন্দ দিবলৈ ধৰিলে।

কিন্তু তথাপি, হাজাৰ দুৰ্য্যোগলৈও আওকাণ কৰি, লৰি ভিতি-বুৰি, জুকলি-জুপুৰি লৈ, খোজকাঢ়ি, গাড়ী-ঘোড়া লৈ সকলো মানুহেই এটি দুটিকৈ এনি-তেনি গুচি যাবলৈ ধৰিলে

মই প্ৰতি দৃশ্যটোকে অতি কষ্টে, করুণ দৃষ্টিৰে চাবলৈ ধৰিলো। আকাশৰ প্ৰত্যেকটো ৰবষুণৰ টোপাল যদি একে লগ হৈ একো একোজন মানুহৰ মূৰত পৰি, তাৰ গতি, মন, শক্তি শেষ কৰি দিলেহেঁতেন, মই বোধকৰো অত্যধিক আনন্দত উত্ৰাৱল হৈ, তেতিয়াই পাৰোমানে নাচিলোহেঁতেন। ইমান ক্ষুদ্ৰ মানুহৰ আকাৰ, ইমান ক্ষুদ্ৰ তাৰ মনৰ পৰিধি, কিন্তু তাৰে ভিতৰতে ইমান জটিলতা, ইমান কপটতা, ইমান শঠতা লুকাই আছে। আজিৰ এই দুৰ্যোগৰ বুকুতে এই কলঙ্কময় মানৱ জাতিটো লোপ হৈ নগল কিয়? আৰু সেই দুখনি মুখ, তাৰ হাঁহি, আনন্দ, উল্লাসৰ ঢৌ, তৃপ্তিৰ চিন, তাৰে লগতে জগতৰপৰা চিৰদিনৰ কাৰণে অদৃশ্য হৈ নগল কিয়?

কিন্তু অতি সোনকালে মোৰ সপোন ভাঙি গল। সেই দুখনি মুখ,—কোনোবাই আহি তাৰ ওপৰত ছাটি এটি দাঙি ধৰিলে, দুটি ৰহমূলীয়া পানী-কোট দুয়োৰে গাত জাপি দিলে। তাৰে সহায়ত দুয়ো গৈ হাঁহি হাঁহি, প্ৰকাণ্ড ছিডান বডীৰ সাজু হৈ থকা বাছেলখনৰ ভিতৰত উঠি বহিল। নিমিষতে প্ৰকাণ্ড শব্দ তুলি, আলিবাটৰ পানীৰ ওপৰত সোঁত কাটি, আন্ধাৰ আৰু বৰষুণৰ বুকুত দুয়োজন নোহোৱা হৈ গ'ল। মোৰ হাজাৰ প্ৰাণৰ আক্ষেপ, ধুমুহাৰ শত বিভীষিকায়ো খন্তেকৰ কাৰণে ধৰি ৰাখিবলৈ সমৰ্থ নহল। ভগ্ন, নিৰুৎসাহ আৰু আহতৰ দৰে থিয় হৈ ৰৈ মই মাথোন একেথৰে আন্ধাৰত মিলি যোৱা সেই গাড়ীখনৰ মূৰ্তিটোলৈ দূৰৰপৰা চাই ৰলো। হতাশ প্ৰাণৰ ভিতৰত মোৰ প্ৰবল ইচ্ছা জ্বলি উঠিল যেন মইয়ো এই প্ৰলয়-ধুমুহা মূৰ পাতি লৈ, এই দুৰ্যোগৰ বুকুত, এই বিপ্লৱৰ বুকুত চিৰদিনৰ কাৰণে মিলি যাওঁ।

এই ৰাতিৰ অন্ধকাৰ মহাকালৰ আঁকোৱালত চিৰকালৰ কাৰণে নিজকে নিজে নোহোৱা কৰি পেলাওঁ গৈ।

যাবলৈ ওলাই, প্ৰায় শেষ হৈ অহা ৰাৰাণ্ডাৰ জনতাৰ পিনে শেষ চাৱনি এটা চাই ললোঁ। মোৰ ব্যাকুল গতিক, হঠাতে বেৰৰ ওচৰত লিপিত থাই থকা এযুৰি করুণ, স্নিগ্ধ, অসহায় চকুৰ দৃষ্টিয়ে একেবাৰে নিৰস্ত কৰি পেলালে। কোনো দিনে অনুভৱ নকৰা অন্তৰৰ এটি মৰ্ম্মস্পৰ্শী দুৰ্ব্বলতাই তৎক্ষণাৎ মোক দুৰ্ব্বল কৰি সেই চকুযুৰিৰ ওচৰত হীন কৰি তুলিলে। মই বোধিব নোৱাৰা অদ্ভুত এটি সহানুভূতিৰ আকৰ্ষণত পৰি, এখুজি দুখুজিকৈ সেই চকুযুৰিৰ নিচেই ওচৰ চাপি, লাহেকৈ সুধিলোঁ,

"বাসন্তী, এই দুৰ্য্যোগৰ মাজত এতিয়াও তুমি এইদৰে বৈ আছা কিয়?"

এটি ক্ষীণ নিস্তেজ হাঁহি মাৰি বাসন্তীয়ে উত্তৰ দিলে,—

"বৈ নাথাকি মোৰ একো কৰাৰ উপায় নাছিল তৰুণ দা অহ'ৰ সময়ত লগ নোহোৱাৰ কাৰণে দেউতাই নিজে আহি মোক থৈ গৈছিল। এতিয়া বোধকৰো এই ধুমুহা বতাহৰ কাৰণে নিৰলৈ তেখেত আহিব পৰা নাই।"

বাহিৰত যথেষ্ট কঠিন হৈ সাধাৰণভাবে আকৌ সুধিলো, "তাৰ পিছত?"

বাসন্তীয়ে ভিৰৰ মাজৰ পৰা লাহেকৈ আগ বাঢ়ি আহি গভীৰ বিশ্বাসত মোৰ চকুলৈ চাই এটি দুৰ্ব্বল হাঁহি মাৰি কলে,

"তাৰ পিছত, সম্পূৰ্ণ নিঃসহায়ৰ দৰে আপোনাৰ ওপৰতে মই একেবাৰে নিৰ্ভৰ কৰিছোঁ।"

বিশ্বাসৰ ইমান ডাঙৰ এটি সৰল উক্তিয়ে, সহানুভূতিৰ ইমান ডাঙৰ এটি আবেদনে, মোৰ ব্যথিত বুকুত অসম্ভৱ ৰকমে নিমিষতে আবেগৰ এটি সম্পূৰ্ণ সালসলনি কৰি পেলালে। জীৱনৰ এটি ডাঙৰ উৎসৰ্গা, অন্তৰৰ এটি নতুন সংস্কাৰ কৰিবলৈ প্ৰাণত মোৰ উৎকট আকাঙ্ক্ষা এটা জাগি উঠিল। তাৰেই সূচনাস্বৰূপে বাসন্তীক বুকুত সাবটি ধৰি বুকুৰ ঢাকনীৰে ঢাকি লৈ, সেই মুহূৰ্ত্তে ধুমুহাৰ বুকুত ওলাই যাবলৈ এটা নতুন উন্মাদনাই মোক মত্তলীয়া কৰিলে।

শুদা মূৰৰ ওপৰত আকাশ ভাঙি পৰা বৰষুণৰ ধাৰ। প্ৰতি মুহূৰ্ত্ততে বিজুলী আৰু বজ্ৰপাতৰ চমকনি আৰু গৰজনি। সমুখত মোৰ নিৰ্জ্জন নগৰীৰ জন-প্ৰাণীহীন ডেৰ মাইল বাট। প্ৰতি খোজতে আন্ধাৰ দুৰ্গম পথৰ নানান বাধা। সম্পূৰ্ণ সিক্ত, অসংবৃত মোৰ গাৰ কাপোৰ আৰু কাষত নিঃসহায় লতাৰ দৰে মেৰিয়াই অহা নিৰ্ভৰশীল এটা গাভৰুৰ দেহৰ ভাৰ। গোটেই অৱয়ৱ জুৰি উঠা এটা নতুন মাদকতাৰ উত্তেজনাই মোক সমুখলৈ ঠেলি লৈ গ'ল আৰু সকলো ধুমুহা মূৰ পাতি লৈ নিঃসংকোচে আন্ধাৰৰ বুকু ফালি দুয়ো আগ বাঢ়ি যাবলৈ ধৰিলোঁ—যেন মহাকালৰ বক্ষত মিলি যাব খোজা দুটি ক্ষুধাতুৰ, তৃষিত, ম্ৰিয়মাণ আত্মা।

——:0:——

# প্ৰেম আৰু পৃথিৱী

ৰাতিপুৱাতেই সিদিনা মোৰ মনটো বৰ ক্ষুব্ধ হৈ উঠিল।

ইৰাই টেবুলৰ ওপৰত থৈ যোৱা চাহ কাপ হাতত লৈ দেখিলো যে ঠিক যি ডোখৰ ঠাইতে মুখখন ধৰলৈ যায়, ঠিক তাতেই ইৰাৰ হাতৰ এটি অপৰিস্কাৰ আঙুলিৰ দাগ।

কথাষাৰ হয়তো তেনে একো মাৰাত্মক নহয়। কিন্তু সেয়ে হলেও তাত যে এটি অমনোযোগিতাৰ, এটি ঔদাসিন্যৰ সুস্পষ্ট ইঙ্গিত লুকাই আছে তাক কোনেও সুই কৰিব নোৱাৰে। কিয়নো ইতো হোটেল নহয়, মেছো নহয়, অইন কাৰো হাতৰ বস্তুও নহয়,—ইৰাৰ !

বয়সৰ লগে লগে, সময়ৰ লগে লগে মানুহৰ এনে এটি নিশ্চেষ্টতাৰ ভাব আহে সেই কথা মই স্বীকাৰ কৰো। কিন্তু ইৰাৰ ক্ষেত্ৰত ই জানো ইমান সোণকালে অহা উচিত আছিল ?

কিয়নো ইৰাৰ আৰু মোৰ জীৱন, ইতো গতানুগতিকতাৰ নিশ্চেষ্টতাৰ মাজত কেতিয়াও আৱদ্ধ হোৱা নাই। আমাৰ জীৱনততো এদিন যথেষ্ট উচ্ছ্বাস, কবিতা আৰু ভাব-প্ৰৱণতা আছিল।

তেনেহলে বিয়াৰ মাত্ৰ এবছৰৰ ভিতৰতেই ইৰাই আজি এই দৰে ভাগৰি পৰিল কেলৈ ?

অকল আজিয়েই নহয়, আজি কিছু দিনৰ পৰা ইৱাৰ এনে ভাৱ পৰিবৰ্ত্তনৰ কথা মই মনে মনে লক্ষ্য কৰি আছিছোঁ। মোৰ যে এটা মানুহ যোৱা যে এটা স্বকীয়া স্বত্তা আছে, মৰম চেনেহ আৰু আত্মীয়তা পাবলৈ অন্তৰত হাবিয়াস আছে, ইৱাই যেন এই কথাবোৰ আজি কালি উপলব্ধি নকৰা হৈ আছিছে।

আজি কালি ৰ'তিপুৱা উঠি, সেই গৰম পানী গিলাচৰ কাৰণে মই প্ৰায় এঘণ্টামান বৈ থাকিব লাগে। দুপৰীয়া ভাতৰ পাতত বহিও কেতিয়াবা এগৰাহ ওপৰঞ্চি ভাতৰ কাৰণে, দহবেলিমান মাতিব লাগে। কেতিয়াবা গধূলি অফিচৰ পৰা আহিও মই দেখোঁ যে, বাথৰুমত পেলাই থৈ যোৱা সেই লুঙি খন আৰু ড্ৰেছিংগেল-যোৰ তেতিয়াও ঠিক সেই একেদৰেই পৰি আছে।

এইবোৰ ইচ্ছাকৃত নে অনিচ্ছাকৃত অযত্নৰ লক্ষণ?

আমাৰ মৰমৰ প্ৰগাঢ়তা, আমি আয়ত্বৰ বাহিৰত থকা দৈলৈকে একেদৰে থাকে নেকি? আমি ধৰা দিলে, নিজকে নিজে আত্ম বিক্রিত কৰিলে, আমাৰ জীৱনবোৰ এইদৰেই উচ্ছ্বাসহীন আ অনুপ্ৰেৰণাহীন হৈ পৰে নেকি? নে ইৱাৰ আৰু কিবা এটি নিং ৰহস্য আছে

সিদিনা মোৰ মনটো এইদৰেই অকাৰণে বৰ উত্তপ্ত হৈ আছিল ধৰিলে। ৰাতিপুৱা খাবলৈ লোৱা চাহ কাপ সেই দৰেই পেল থৈ, বাৰাণ্ডাত বাতৰি কাকত লৈ বহিলোঁ গৈ। কিন্তু তা

মোৰ মনটো কোনোমতে সুস্থিৰ হৈ নাহিল। সেয়ে অইনকাম নথকা দেখি, মই অলপ আগধৰিয়েই বাথৰুমত সোমালোঁগৈ।

বাথৰুমৰ পৰা ওলাই আহি দেখো যে মোৰ কথামতেই ইৰাই বিছনাৰ ওপৰত নতুন ধোবাই-ধোৱা কামিজ এটা উলিয়াই থৈ গৈছে।

কামিজটো হাতত লৈ দেখিলো, যে তাৰ বুকুত বোতাম থকা ঠাই ডোখৰ সম্পূৰ্ণ উদং।

এটা নহয়, দুটা নহয়, চাৰিওটা বোতামেই কৰবাত উধাও হৈছে। অকল সেয়ে নহয় বুকুৰ জেপথনৰ ঠিক দাঁতিয়ে দাঁতিয়ে বৰ দীঘল কুৎসিত এটা ধোবাৰ হাতৰ নতুন ফাঁট। কিন্তু আচৰিত কথা এই ডাঙৰ ফাঁটটোও ইৰাৰ চকুত পৰা নাই।

এনে ঘটনা বা দুৰ্ভাগ্য মোৰ জীৱনত আজিয়েই এই প্ৰথম নহয়। কত দিন মই ইৰাক বুজাই কৈছো—চোৱা, লৰালৰিৰ সময়ত তোমালোকে আমাক এনে বিৰক্তিকৰ বাধাবোৰৰ পৰা আঁতৰত ৰখা উচিত। তাকে কৰিবলৈ হলে তোমালোকে তো একো বেছি কষ্ট কৰিব নেলাগে। লাগে তোমালোকৰ অলপ সস্নেহ মনোযোগ, সকলোতে দৃষ্টি আৰু যত্ন।

ইমানকৈ বুজোৱা স্বত্বেও সেই পুৰণি কথাবোৰৰ আজি আকৌ পুনৰাভিনয় দেখি মোৰ মনটো আৰু বেছি ক্ষুণ্ণ হৈ উঠিল। সেয়ে ধোবাই ধুই অনা ফটা কামিজটো মাটিত খঙেৰে দলিমাৰি পেলাই থৈ, পুৰণি লেটেৰা কামিজটোকে গাত সুমুৱাই লৈ, ভাতৰ পাতত বহিলোঁগৈ।

কিন্তু কিয় জানো সিদিনা তাতো মোৰ শান্তিৰে বেছিপৰ বহি থকা নহল।

কেইগৰাহমান ভাত খায়ে দেখিলোঁ যে ভাইল খনত নিমখ দিব- লৈকে ইবাই একেবাৰে পাহৰি গৈছে। অকল সেয়ে নহয়, মই কালি ৰাতি ইমানকৈ মনা কৰা স্বত্বেও, আজিও সেই একে অখাদ্য, গুটিলগা, নিসিজা বেঙেনাবোৰকে আকৌ ভজা হৈছে।

মই জানো আজিকালিৰ এই আটকৰ দিনত লাগ বুলিলেই যিখে বিধে সকলো বস্তুকে পোৱা সম্ভৱপৰ নহয়। কিন্তু সেয়ে হলেও মানুহৰ ইচ্ছা-অনিচ্ছা, ৰুচি-অৰুচি বুলিতো এটি কথা আছে। মানুহৰ প্ৰতি মানুহৰ এইকেৰা শ্ৰদ্ধা বা বিবেচনা নাথাকিব কেলৈ ?

মই আৰু স্থিৰে বেছিপৰ ভাতৰ পাচত বহি থাকিব নোৱাৰিলোঁ।

ৰৰ খঙেৰে কাঁহীখনৰ ওপৰত পানী গিলাচ ঢালি থৈ, হেঙাৰত ঝাঁৰি থোৱা মোৰ অফিচলৈ নিয়া কোটটো গাত সুমাই ললো।

মই অনুমান কৰিব পাৰিছিলো, মই যেতিয়া সেইদৰে অফিচলৈ যাবলৈ বুলি ঘৰৰ পৰা ওলাই আহিব বিচাৰিছিলো, ইবাই মোক কি এটি কবলৈ, কি এটি বুজাবলৈ মোৰ পিছে পিছে আহি, দুৱাৰমুখত থিয় দিছিলে। কিন্তু মই সিদিনা ইবাৰ লগত মোৰ কোনো মিমাংসা বা কোনো আপোষৰ কাৰণে প্ৰস্তুত নাছিলো। মই বিচাৰিছিলো ইবাৰ আগত মোৰ মনৰ এটি বিক্ষোভ, এটি জ্বালা, এটি দুবুজা কিবা ব্যথা ব্যক্ত কৰিবলৈ।

সিদিনা অফিচতো মোৰ মনটো এইদৰেই এটি অদ্ভুত অশান্তিৰ মাজেৰে পাৰ হৈ গল।

যেতিয়া মনটো এইদৰেই অতি উত্তেজিত আৰু বিক্ষুব্ধ হৈ থাকে মানুহে গতানুগতিকতাত বা জীৱনৰ কোনো চলিত কথাত, কোনে আস্বাদ নাপায়। তাৰ মনটো অকাৰণে যেতিয়া বৰ করুণ হৈ, চি মুবুজাকৈয়ে, গম নোপোৱাকৈয়ে, অতীতৰ সেই হেৰোৱা দিনবোৰলৈ আকৌ বাগৰি যায়গৈ।

সেয়ে সিদিনা ময়ো অফিচৰ ফাইলবোৰ মেলি লৈ কিবা এট অদ্ভুত আত্ম-চেতনাত পৰি, জীৱনৰ সেই পুৰণি কথাবোৰকে আকৌ ভাবিবলৈ ধৰিলো।

মনত পৰিল প্ৰথমে উৎপলাৰ কথা।

সঁচা কথা কলেজত যেতিয়া পঢ়িছিলোঁ, উৎপলাই মোক এদিন প্ৰাণভৰি ভাল পাইছিল আৰু মোকেই হয়তো জীৱনৰ সঙ্গী কৰি লবলৈ বিচাৰিছিল। কিন্তু মই উৎপলাৰ প্ৰতি আকৰ্ষিত নহলোঁ।— হলো ইৰাৰ প্ৰতি। আৰু সেয়েহে বাছি ললো ইৰাক—মোৰ জীৱনৰ সঙ্গী হিছাবে।

কিন্তু তথাপি দেখিলো উৎপলাই মোক অকণিও বেয়া নাপালে মোৰ প্ৰতি অকণো বীতশ্ৰদ্ধ নহল। বৰঞ্চ মোক এদিন লগ পাই, হাঁহি হাঁহিয়েই অতি আবেগত কলে—

—অনন্ত ককাইদেউ! মই বৰ সুখ পালো আপুনি যে মোক সংসাৰৰ ক্ষুদ্ৰ গণ্ডীলৈ টানি নিবলৈ নিবিচাৰিলে। প্ৰেম আৰু পৃথিৱী এই দুয়োটা সম্পূৰ্ণ পৃথক বস্তু। এই পৃথিৱীখন সচাকৈ বৰ আপচু ঠাই। ইয়াত কেতিয়াও প্ৰেম সম্ভৱপৰ নহয়। সেই কাৰণে মোৰ জীৱনৰ কিলছকি কি হল জানে—যদি আমি কাৰ-বাক প্ৰাণ ভৰি ভাল পাওঁ- কাৰবাৰ প্ৰেম তবে জীৱনে প্ৰত্যাশা

কৰো ভেনেহলে তেওঁক কেতিয়াও বিয়া কৰোৱা উচিত নহয়। বিয়া যদি আমাৰ নকৰালেই নহয়, তেনেহলে আমি এনে এজন মানুহ বিচাৰি লোৱা উচিত, যাৰ প্ৰতি আমাৰ কোনো আকৰ্ষণ নাই, স্নেহ নাই, মায়া নাই,

মই হাঁহি, উৎপলাৰ অন্তৰত কিছু আঘাত দিবৰ কাৰণেই কলো উৎপলা! তেনেহলে তুমি এই থিওৰি মতেই এতিয়া অজয়ক বিয়া কৰাবলৈ যাছি নৈছা জানো? উৎপলাই অন্তৰত অলপো আঘাত নাপাই, বেছ বিশ্বস্তভাবে মোৰ আগত কৈ গল,

—অনন্ত ককাইদেউ! বিশ্বাস কৰক মই অজয়ক কোনো দিনে ভাল পোৱা নাছিলো আৰু ভাল পাওঁ কাৰণেই তেওঁক মই বিয়া কৰাবলৈ ওলোৱা নাই। তেওঁক মই বিয়া কৰাবলৈ ওলাইছোঁ, তেওঁৰ প্ৰতি মোৰ কোনো মায়া, মোহ আৰু আকৰ্ষণ নাই বুলিয়েই। তাৰোপৰি মোৰ আৰু এটি ডাঙৰ স্বাৰ্থ আছে। মই দেখিছোঁ অজয়ৰ দেউতাকৰ অশেষ ধন আৰু সম্পত্তি আছে। শিলঙত তিনিটাকৈ ডাঙৰ বঙলা আছে—কেইখামনো মটৰ গাড়ী আছে। সেয়ে মোৰ বিশ্বাস এইবোৰ পালে মই মোৰ জীৱনৰ দিনবোৰ লৈ বেছ সুখেৰেই থাকিব পাৰিম। আৰু কোনে জানে হয়তো মোৰ অৱসৰ সময়ত আপোনালোকৰ কাৰণেও দুকেঁটামান কামনাহীন অশ্ৰুজল পেলাব পাৰিম।

তেতিয়া উৎপলাৰ এই কথাবোৰ মোৰ সম্পূৰ্ণ দুৰ্বোধ্য যেন লাগিছিল। মই ভাবিছিলো অন্তৰত আঘাত পাই, প্ৰেমত প্ৰত্যাখ্যাত হৈ, উৎপলাই এইবোৰ প্ৰলাপ বকিছে। নাইবা কোনো ইংৰাজী নভেলত পোৱা লোকৰ যাৰ কৰা কথা আওৰাইছে। কিন্তু আজি

দেখিছোঁ উৎপলাৰ সেই কথাবোৰত সঁচাকৈ প্ৰাণৰ এটি গভীৰ পৰশ, অন্তৰৰ এটি অবুজ আকুলতা আছিল।

এই পৃথিৱীখন প্ৰকৃততে এখন অতি আপচু কুৎচ ঠাই। ইয়াত প্ৰেম সম্ভৱপৰ নহয়। নহলে মই ইৰাক লৈ জীৱনত সুখী হবলৈ নোৱাৰিলো কেলৈ?

জীৱনত এই সুখৰ কাৰণেতো কম কৰা নাছিলো।

সঁচা কথা কবলৈ গলে, ইৰাক বিয়া কৰোৱাত, মা-দেউতা বা সমাজৰ আনদহজন কাৰো মত নাছিল। কিন্তু মই তথাপি সকলোকে উপেক্ষা কৰি ইৰাকেই বিয়া কৰালো আৰু ইৰাকে লৈ, এই খিলঙলৈকে আহি, এটি কঠিন আৰু নগণ্য কেৰাণী জীৱন আৰম্ভ কৰিলো। সেই জীৱন আজিও পৰিমিত একেদৰে চলি আছে।

কিন্তু ইমান কৰিও, ইমান সহিও মই জীৱনত পালো কি? মোৰতো পোৱাৰ ঘৰ একেবাৰেই শূন্য!

আৰু ইপিনে উৎপলা? উৎপলায়েই বোধকৰো জীৱনৰ প্ৰকৃত পথ বাছি ললে। কিয়নো আজিও উৎপলাক মই এই খিলঙতে লাইটুমুখ্ৰাৰ সেই বিৰাট বঙলাটোত, ভোগত, বিলাসত আৰু উচ্ছ্বাসত কেৱল ভাহি ফুৰা দেখিব লাগিছো।

মই আজিও উৎপলাক মাজে মাজে লগ পাওঁ, খিলং ক্লাবৰ দুৱাৰ মুখত, পুলিচ বজাৰত, ৰেছ পেভিলিয়েনত, কোনো উৎসৱ আমোদত, চেৰাপুঞ্জীৰ মাউচমাই ফলছৰ ওচৰত, কিন্তু তথাপি মই উৎপলাৰ মুখলৈ মুখ তুলি চাব নোৱাৰো, কোনো এষাৰ কথা বুকুডাঠি কব নোৱাৰো। কিয়নো একালে মই দেখো জীৱনৰ অপৰ্য্যাপ্ততা, প্ৰাচুৰ্য্য—আনকালে কেৱল নগ্নতা, বিক্ততা।

এইদৰেই উৎপলাৰ প্ৰতি মোৰ মনটো সিদিনা লাহে লাহে অলপ সিক্ত হৈ আছিল। উৎপলাৰ সান্নিধ্য পাবলৈ, উৎপলাৰ জীৱন ধাৰাৰ লগত, আৰু অলপ পৰিচিত হ'বলৈ, মোৰ এটি বুজিব নোৱাৰা ইচ্ছা জন্মিল। আৰু সেয়ে মই অফিচ ছুটিৰ পিছত, আন কলৈকে নগৈ, লাহে লাহে আপলেণ্ডৰ পাহাৰটোৰ সেই পিছ পিনে থকা উৎপলাৰ বিৰাট ঘৰটো পালোগৈ।

মোৰ মনটো তেতিয়াও অশান্ত। মোৰ মনত তেতিয়া ইবাৰ প্ৰতি বা জগতৰ আন কাৰো প্ৰতি কোনো অনুকম্পা বা কোমলতা নাই। মই কেৱল বিচাৰিছিলো জীৱনৰ এটি নতুন অভিজ্ঞতা, এটি নতুন আস্বাদৰ সন্ধান।

সেয়ে জীৱনত কোনো দিনে নেদেখুৱা এটি অদ্ভুত উল্লাস লৈ ফ্লোৰেচেণ্ট লাইট জ্বলি থকা, পিছ দিষ্টেপ্সাৰ দিয়া উৎপলাৰ সেই ড্ৰয়িংৰুমটোৰ ভিতৰত সোমালোগৈ। আৰু উৎপলায়ো জীৱনত আজি এই মোক প্ৰথম লগপোৱাৰ দৰেই, বিৰাট সমাদৰ কৰি গ্ৰহণ কৰিলে।

সঁচাকথা উৎপলাক মই আজি বহুদিন লগ পোৱা নাছিলো। উৎপলাৰ জীৱন ধাৰাৰ পৰা একেবাৰে আঁতৰি পৰিছিলো। কিন্তু মনৰ এটি অদ্ভুত প্ৰতিক্ৰিয়াত মই আকৌ আজি উৎপলাক বিচাৰি পালো আৰু অলপ সময়ৰ ভিতৰতে, দুয়ো দুয়োৰে মাজত হেৰাই গলো।

উৎপলাৰ লগতে, সেই একে ড্ৰয়িংৰুমতে মই সিদিনা পালো আৰু এগৰাকী গাভৰু। বোধকৰো উৎপলাৰ সেই একেই সমাজৰে একেই স্তৰৰে, কনোবা অন্তৰঙ্গ বন্ধু— নামটো ডেইজি।

উৎপলাতকৈও মোৰ বেছি ভাল লাগিল এই গাভৰু গৰাকীকেই।' কিয়নো বয়সৰ লগে লগে, উৎপলাৰ মৈনিকিওৰ কৰা আঙুলিৰ সেই ভাজ বোৰত, চকুৰ কোণৰ কাজল দিয়া ক'লা নোম বোৰত, লিপষ্টিক ঘহাঁ ওঠৰ দুয়ো পাৰে, যেন এটি বয়সৰ স্থিৰিৰতা আহিছে।

কিন্তু এই গাভৰু—আৰু বেছি সজীৱ আৰু বেছি প্ৰজ্জলিত। কথাবোৰ এনেকৈ কয়, প্ৰতি কথাত এনেকৈ এটি হিল্লোল দিয়ে, যেন প্ৰতি কথাৰ মাজেৰে, অঙ্গৰ প্ৰতিটো সঞ্চালনৰ ভিতৰেৰে কামনা প্ৰকাশ কৰাটোকেই জীৱনৰ এটি আৰ্ট কৰি লৈছে।

কোন তেওঁ ডেইজী, কাৰ ঘৰৰ জিয়ৰী বা ঘৈণী, অসমীয়া নে পাৰ্ছী, ইয়াৰ আগমুহূৰ্ত্তলৈকে মোৰ সম্পূৰ্ণ অজ্ঞাত আছিল। আৰু কোন মই, কি মোৰ পৰিচয়, এই কথাও বোধকৰো তেওঁৰ সেইদৰেই অপৰিচিত আছিল। কিন্তু এতিয়া এই মুহূৰ্ত্তত আমি দুয়ো কথাৰে আৰু মনৰ ধাৰাৰে এইদৰে পৰিচিত হৈ পৰিছোঁ। পৰস্পৰে পৰস্পৰত আস্থিত হৈছোঁ—যেন আমি যুগযুগান্তৰৰ চিনাকি যেন জীৱনৰ এই মুহূৰ্ত্তটোলৈকেও আমি দুয়ো একেদৰে অপেক্ষা কৰি আছিছিলো।

ভাৱিলো এইটোৱেই বোধকৰো উৎপলাহঁতৰ এই সমাজৰ জীৱন-ধাৰা। এওঁবিলাকে জীৱনৰ কোনো গধুৰ বস্তুলৈ কোনো স্থায়ী সজ্ঞা বা পৰিচয়লৈ বৰ বেছি মূৰ নঘমায়। এওঁবিলাকৰ লাগে

ক্ষণিক হলেও জীৱনৰ উজ্জ্বল পৰিপূৰ্ণ মুহূৰ্ত্তবোৰ। কিয়নো এওঁবিলাক হল ক্ষণিকৰ পূজাৰী। সেয়ে জীৱনটো এওঁবিলাকে ইমান সহজ ভাৱে লব পাৰে—আৰু সহজ ভাৱে এৰিও যাব পাৰে।

এইদৰেই ডেইজী আৰু উৎপলাৰ লগত সিদিনা গধূলি আৰু সন্ধিয়াৰ মোৰ সময়বোৰ গম নোপোৱাকৈয়ে গৈ আছিল। এনেতে উৎপলাই এবেলি হাতৰ ঘড়ীটোলৈ চাই হঠাতে কৈ উঠিল:

—অনন্ত ককাইদেউ! বহুদিনৰ মূৰত আপোনাক আজি এইদৰে লগ পাই মোৰ বৰ ভাল লাগিছিল। কিন্তু দুখৰ বিষয় আপোনাৰ লগত মই বোধকৰো আৰু বেছিপৰ থাকিব নোৱাৰিম। কিয়নো আঠোটা বজাত, মোৰ আগৰে পৰাই ঠিক কৰা এটা 'এপইন্টমেণ্ট' আছে। সেয়ে মই উঠিলো: আপোনাৰ লগত অৱশ্যে ডেইজী থাকিল। মোৰ বিশ্বাস আপুনি ডেইজীৰ লগত থাকি কথাপাতি বেছ ভালেই পাইছে। দেখিছেতো কি 'লাইভ্লি' আৰু 'ইন্টাৰেষ্টিং' ছোৱালী ডেইজী জনী! সেই কাৰণেই তাইৰ লগত মোৰ এনেকৈ মন মিলে!

আপোনাৰ ভাগ্য ভাল যে আজি এইদৰে হঠাতে আহি আপুনি ডেইজীৰ লগ পালে, কিয়নো কাইলৈ ৰাতিপুৱাতে বোধকৰো তাই শ্বিলং এৰি বোম্বাইলৈ যোৱাৰ কথা—ইণ্ডিয়ান এয়াৰ বেজত, 'এয়াৰ হোষ্টেছ'ৰ এটি কাম লবলৈ!

তাৰ পিছত ডেইজীলৈ চাই হাঁহি কলে:

—ডেইজী! তোক এৰি গলো দেই। কিন্তু সাৱধান! মিঃ দুৱৰাৰ লগত অলপ সতৰ্ক হৈ চলিবি। দেখিছইতো সহজতে ছোৱালীক ভুলাই নিব পৰা, তেওঁৰ এটি মায়াময় আকৰ্ষণ আছে।

এই আকৰ্ষণটোৰ কাৰণেই মই এদিন কলেজত তেওঁৰ কাৰণে বলিয়া আছিলোঁ। কিন্তু তেওঁ জীৱনৰ আছল পথ চিনি নাপালে। এদিন যশংকৈ ছোৱালী এজনীক বিয়া কৰাই থৈ, জীৱনৰ পৰা অব্যাহতি ললে।

কথাবাৰ কৈ অপল আঁতৰি গৈয়ে আকৌ ঘূৰি আহি উৎপলাই ডেইজীক কলে:

—ডেইজী! মই যাওঁতে, অকল পুৰণি ষ্টেল্ডাৰ্ড খনহে লৈ যাম। নতুন হাডশ্যান খন গেৰেজত থাকিল। গতিকে তুই যোৱাৰ সময়ত ড্ৰাইভাৰক কৈ উলিয়াই লবি আৰু যদি মন কৰ, মিঃ দুৱৰাকো সেইপিনে বাটত 'ড্ৰপ' কৰি থৈ যাব পাৰিবি।

বিয়া মানে যে জীৱনৰ পৰা অব্যাহতি লোৱা উৎপলাৰ এই ভাওৰ কথাটো মই আজি জীৱনত এই প্ৰথম উপলব্ধি কৰিলো। ভাবিলো সচাকৈ হয়, আমি মিছাকৈ বিয়া কৰাই, অকালতে জীৱনৰ শেষ কৰো মাথোন।

আমি নৰ, বিধতাই আমাক উন্মুক্ত স্বাধীন কৰি জন্ম দিয়ে। আমি মিছাকৈ শৃঙ্খল পিন্ধি, বন্দীৰ জীৱন লৈ জীৱনটো দুৰ্ব্বহ কৰি তোলো মাথোন।

এই পৃথিৱীত আমি কাৰো নহয়। ইৰাৰো নহয়, উৎপলাৰো নহয়, ডেইজীৰো নহয়—আজি জগতৰ সকলো নাৰীৰেই। আমাৰ কাম কেৱল জগতত উচ্ছ্বাসৰ বৌৱতী—সৃষ্টি যোৱাই যোৱা—কতো নীড়—ৰচনা কৰা নহয়।

জীৱনৰ এই ফিলছফিটোকে লৈ মই ডেইজীৰ লগত কিছুপৰ ধৰ ব্যস্ত হৈ আছিলো। ডেইজীয়ে বোধকৰো সেই উন্মাদতে এবেলি মোক হঠাতে কৈ উঠিল:

—মিঃ ছবৰা! চক্ আকাশত কেনে উজ্জ্বল জোন উঠিছে! বলক্ উৎপলাৰ ফুলনিৰ মাজত থকা সেই ঘৰটোত এবেলি বহোঁগৈ। তাৰ পৰা পলো গ্ৰাউণ্ড আৰু গল্ফলিংকৰ সেই মুকলি বাহৰিবোৰৰ বৰ সুন্দৰ এটি 'ভিউ' পোৱা যায়। আজি কেইদিনমান হল, উৎপলাই সেই ঘৰটোত, কলিকতাৰ পৰা 'টাৱ'ত আনি, বহুতো 'টিউবাৰ ৰোজ' লগাইছে—যাক আপোনালোকে 'ৰজনী গন্ধা' বোলে।

কৰনোৱাবাকৈয়ে কেতিয়াবা গৈ, উৎপলাৰ সেই ফুলনি ঘৰটোৰ কংক্ৰীটৰ বেঞ্চ এখনত বহিলোঁগৈ। চাৰিওফালে ৰজনী গন্ধাৰ সপ্ৰাচ্ছন্ন কুহক, কাষত ডেইজী—সন্মুখত জোনাকত ভাহি থকা গল্ফলিংক আৰু পলো গ্ৰাউণ্ডৰ সেই অন্তহীন পথাৰ বোৰ।

সঁচাকৈয়ে আত্মাটোৱে অসীমৰ এটি লিপ্সাত বৰ করুণভাৱে কান্দি উঠিল। মই ডেইজিৰ মেনিকিওৰ কৰা সেই নিমজ আঙুলি কেইটি লাহে লাহে পিটিকি কলো:

—ডেইজী! সঁচাকৈয়ে আজিৰ সন্ধিয়াটো মোৰ জীৱনৰ এটা অপূৰ্ব্ব সন্ধিয়া! কাইলৈ ৰাতিপুৱা তুমি বোম্বেলৈ গুচি যাবাগৈ; আৰু মই হয়তো সংসাৰৰ কোন খুলিত হেৰাই যাম তাৰ ঠিকনা নাই। গতিকে আৰু কেইঘণ্টামান মাথো আমাৰ জীৱনৰ সময় বাকী। চোৱা, জোনাকত ভাহি থকা গল্ফলিংকৰ সেই পথাৰবোৰে, সপোনৰ দৰে জোনোহাবোৰে আমাক কেনেকৈ হাত বাউলি দি মাতিব লাগিছে! উৎপলাৰ হাতখনতো তোমাৰ হাততেই। গতিকে বোলা আহি সেই থলকে লৈ এটা অজান সমুদ্ৰত পাৰি দিওঁ। কোনে জানে হয়তোবা আমাৰ গাড়ী গৈ পৃথিৱীৰ শেষ সীমাত লাগিবও পাৰে।

ডেইজীয়ে উল্লাসত সেই দৰেই কৈ উঠিল :

—মোৰ কোনো আপত্তি নাই মিঃ দুৱৰা। কিন্তু কথা হল এয়ে যে, মই জোনাকত মটৰ চলালে বহু সময়ত বাট-পথবোৰ ঠিক ধৰিব নোৱাৰো। কেতিয়াবাগৈ বৰ বেয়াকৈ এক্সিডেণ্ট কৰি পেলাওঁ। এবাৰ সেইদৰে এজনৰ লগত, এক্সিডেণ্ট কৰিছিলো আগ্ৰাত—মোৰ এতিয়াও মনত আছে।

মই হাঁহি কলো :

—ডেইজী! আগ্ৰাৰ ধূলিময় সেই কুৎচিত আৰু শিলঙৰ গলফ-লিঙ্কৰ সেই নিমজ ঘাহনিৰ বাটবোৰৰ মাজত যথেষ্ট পাৰ্থক্য আছে। ইয়াত গড়খাবৈ নাই—যদি পাৰোঁগৈ, হয়তো সেই ঘাহৰ ওপৰতেই বাগৰি পৰিম—আৰু তাৰ লগতেতো তুমি থাকিবাই।

ইয়াৰ পিছত উৎপলাৰ সেই নতুন হাডশ্যান খন, শিলঙৰ অকোৱা পকোৱা বাটেৰে, পাইনৰ তলে তলে, পলো গ্ৰাউণ্ড অভিমুখে হু-হুৱাই নামি বৈলে ধৰিলে।

ডেইজী ...জেই ষ্টিয়াৰিং হুইলত, আৰু মই,—ডেইজিৰ নিচেই ওচৰত, দেহৰ উত্তপ্ত সান্নিধ্যত।

প্ৰথমে কিছুপৰলৈ মোৰ কাণত সেই নতুন হাডশ্যনখনৰ ইঞ্জিনৰ মসৃণ শব্দটো বাজি আছিল। কিন্তু তাৰ অলপ পিছতেই সেই ইঞ্জিনৰ শব্দ, নতুন আপহোল্‌ষ্টাৰৰ গোন্ধ, সমুখৰ উদ্দাম বতাহ আৰু বিশেষকৈ বাৰে বাৰে গাত উৰি পৰা, ডেইজীৰ ডিভিৰ সেই বঙা শিফনৰ চাদৰ খনৰ পিছল পৰশে, এটি নতুন সপোন ৰচনা কৰি তুলিলে; আৰু ডেইজী আৰু মই,—মই আৰু ডেইজী—

সংসাৰৰ পৰা এটি সন্ধিয়াৰ কাৰণে পলাই অহা,—দুটা পলৰীয়া আত্মাৰ দৰেই আমি সেই সপোনত মিলি গলোঁ।

ইয়াৰ পিছত কেতিয়া আৰু ক'ত ডেইজীৰ সেই গাড়ীখন ৰলহি মই কব নোৱাৰো। কিন্তু এটি সুখাবহ, নিৰৱচ্ছিন্ন তন্দ্ৰাৰ পৰা মই যেতিয়া সাৰ পালো, দেখিলো—ডেইজী আৰু মই—আমি দুয়ো, গল্‌ফলিংকৰ এটি মূৰত, ঘাঁহনিৰ ওপৰত, জোনাকত, দুটি ক্লান্ত নিষ্পাপ, নিষ্কলঙ্ক শিশুৰ দৰেই পৰি আছো। আমাৰ দুয়োৰে মূৰত, মটৰৰ গদিৰ ওপৰত লোৱা দুটা কুশ্যনৰ গাৰু……আমাৰ দুয়োৰো কপালত আৰু গাৰ বসনবোৰত, শিলঙৰ ৰাতিৰ নিয়ৰৰ শীতল বিন্দুৰাশি।

তাৰ পিছত ৰাতি তেতিয়া বোধকৰো দুটা।

মই যেতিয়া আকৌ অকলে অকলে উভতি আহি মোৰ দাদাৰ সেই সৰু জুপুৰি ঘৰটোৰ আগত থিয় দিলোহি তেতিয়া গোটেই চহৰ খনেই সুষুপ্ত নিস্তব্ধ। আনকি মোৰ সেই ঘৰটোৰেও টোপনিত লালকাল।

কাকো কতো সম্ভেদ নিদিয়াকৈ ভিতৰৰ পৰা ডাং দি বন্ধ কৰা, মোৰ পটিকোৰ দুৱাৰখনৰ ওচৰত থিয় দি মই তাৰ কাঁকৰি-কাণপাতি ভিতৰলৈ অলপ শুনিলোঁ।

অনুমান হল—ইৰাও যেন টোপনিত নিমগ্ন।

হাতত সাৰে ভৰিত সাৰে, দুৱাৰৰ সেই ডাং ডাল মই বাহিৰৰ পৰাই অলপ চেষ্টা কৰি খুলি পেলালোঁ। ভিতৰ সোমাই দেখিলোঁ, ইৰাই আমাৰ শোৱা কোঠাৰ টেবুলখনৰ ওপৰতে দুখাল ভাত চাকি থৈ, তাৰ ওচৰতে মূৰটো দি, শুই আছে।

কোঠালীৰ চাকিটো তেতিয়াও জ্বলা।

গাৰ কানি-কাপোৰখিনি আগেয়ে দাঢ়ত সোলোকাই থৈ, মুখখন বাথৰুমত ভালকৈ ধুই আহি মই ইৰাৰ ওচৰত থিয় হৈ মাতিলো:

—ইৰা?

ইৰাই তৎক্ষণাৎ মূৰটো ডাঙি মোৰ চকুলৈ চকু তুলি চালে। দেখিলোঁ ইৰাৰ চকুত এটি নতুন সস্নেহ আহ্বান।

কিন্তু সেয়ে হলেও মই সেই আহ্বানৰ তেতিয়া কোনো প্ৰত্যুত্তৰকে দিব নোৱাৰিলো। কিয়নো মোৰ চকুত তেতিয়া এটি নতুন লাজৰ নতুন জড়তাৰ আড়ষ্টতা।

——:0——

# ছলে-বলে-কৌশলে

সময় মাজৰাতি।........

অচিন্ত্যৰ শোৱা কোঠা। ধোবাই ধোৱা নতুন কাপোৰ পৰা এখন ধুনীয়া চকনীয়া পালেং। মূৰ-শিতানত খিড়িকীৰ কাষলৈ এখন ডাঙৰ আয়না লগোৱা ড্ৰেছিং-টেবুল। টেবুলৰ ওপৰত জ্বলি থকা ৰঙা চিমনিৰ এটা সৰু বেড্‌ৰুম লাইট। তাৰে কাষত ক্ৰোমিয়মৰ এটা সুন্দৰ ফুলদানীত কিছুমান নতুনকৈ ছিঙা ৰঙা গোলাপ সজোৱা আছে।

বহাগ মাহ। বাহিৰত ভীষণ বৰষুণ আৰু ধুমুহা।

অচিন্ত্য বিচনাত। তাৰ গাত মূৰলৈকে তুলি লোৱা এখন 'ৰাগ'। ৰাগখনৰ তলত সি বুকুত এটি গাৰু ভেজা দি, বিচনাত উবুৰি হৈ শুই আছে। তাৰ কিছু আঁতৰত, একেষাৰে বেৰৰ কাষত ছয়-সাতবছৰীয়া কেঁচুৱা ছোৱালী এটি টোপনিত লালকাল দি আছে। অচিন্ত্য আৰু সেই ছোৱালিকণৰ মাজৰ বিচনাৰ ঠাইখিনি এতিয়াও খালি। অৰ্পনাই এই মাজৰাতিলৈকে, মূৰ-শিতানৰ ড্ৰেছিং টেবুলখনৰ কাষত বহি সেই ক্ষীণ বেডৰুম লাইটটোৰ পোহৰত, এটা ছোৱেটাৰ গুঁথি আছে। ইমান ৰাতিলৈকে উজাগৰে থাকিলেও অৰ্পনাৰ চকুত এতিয়ালৈকে টোপনিৰ কোনো জড়িমা দেখা যোৱা নাই। বৰং তাৰ পৰিবৰ্তে

তাত এটি কিবা অস্বাভাৱিক তীব্র পোহৰ জিলিকি উঠিছে। অৰ্পনাৰ মুখতো যেন এটি প্ৰকাশ্য আত্ম-গৰিমাৰ ভাব।

অচিন্ত্যাই টোপনি অহাৰ দৰে তেওঁক গাৰুটি দি কিছুপৰ শুই থাকে। তাৰ পিছত এবেলি মুখটো তুলি অৰ্পণালৈ চাই মাতে,

—অৰ্পু !

—হুঁ

—তুমি সঁচাকৈ আজি চোৰেটাৰটো শুখা বন্ধ নকৰো বুলি ভাবিছা নেকি ?

—এৰা. নকৰো বুলিয়েই তো এই পৰ্য্যন্ত ভাবিছো। নাজানো কেলৈ চোৰেটাৰটো শুঁখিবলৈ আজি হঠাতে ইমান ভাল লাগিছে।

—কোনো এটা বস্তু কেতিয়াও মানুহৰ ইমান হঠাতে ভাল লাগিব নোৱাৰে।

—আপুনি ভুল কৰিছে। ভাল লগা বস্তুটো সদায় এইদৰে হঠাৎ হৈ যায়: তাৰ কোনো হেতু নাথাকে।

—সি যিয়েই নহওক, ই তোমাৰ ঘোৰ অন্যায় অৰ্পণা! এই সুন্দৰ ৰাতি! এই সুন্দৰ লেখাৰি নিচিগা ৰবযুণ! ৺পাপি তুমি মোৰ মুৰ-শিতানত বহি এইদৰে চোৰেটাৰ শুঁখি থাকিবা ?

- কিন্তু কি কৰিম ? আপুনি জানেই নহয়, কবিতা যোলা বস্তুটো মই কোনোদিনেই ভাল নাপাওঁ। কবিতা উপভোগ কৰিবলৈ মোৰ প্ৰাণো নাই যেন পাইছো।

—প্ৰাণ বাৰু তোমাৰ নাথাকিলেই, কিন্তু চকুত টোপনি বোলা বস্তু এটা তো আছে? এই মাজনিশালৈ তুমি এইদৰে নোশোৱাকৈ থাকিবা নে ?

—মনত পৰা দিনৰপৰাচোন কেৱল শুৱেই আহিছো! আজি বাৰু এদিন নুশুলোঁৱেই। তাতে নো এনে কি অপৰাধটো হব পাৰে?

—অপৰাধ অৱশ্যে একো নহয়; কিন্তু তথাপি স্পষ্টকৈ বুজা যায় যে, তুমি মোৰ লগত কিবা এটি 'জিদ' ধৰিছা।

—এদিন অলপ নুশুলেই কেতিয়াও মানুহৰ লগত জিদ কৰা নহয়।

—তেনেহলে ভাল, বাৰু আহাঁ, শোৱাঁহি।

—নাই, ইয়াৰ সোনকালে মই কেতিয়াও শুব নোৱাৰো।

—কেলেই?

—বাণুক এতিয়াও তাইৰ বিচনাত শুৱাই লবলৈ আছে।

—ইয়াৰ আগতে তুমি বহুদিন বাণুক লৈ এই বিচনাতে দেখোন শুইছা।

—শুলেও আজি মই কেতিয়াও শুব নোৱাৰো।

—তাৰ কাৰণ নিশ্চয় এটা আছে।

—বান্ধনি ল'ৰাটো এতিয়াও পাকঘৰত সাৰে আছে যেন পাইছো।

—সাৰে থাকিলেইবা, তুমি তো আৰু ন-ছোৱালী নহয়! এজনী ছোৱালীৰ মাক।

—সেই কাৰণেহে আৰু অলপ লাজ লাগে।

—অপু!

—কি?

—মই বুজিছো, এইবোৰ তোমাৰ মিছা তৰ্ক।

—মিছা নহয়, সম্পূৰ্ণ সঁচা। মই সঁচাকৈ কৈছো, মোৰ আজি শুবলৈ মন যোৱা নাই। সেই কাৰণে আপুনি অকলে শুবলৈ অলপ যত্ন কৰক। মনতে ভাবক, কি সুন্দৰ ঘৰৰ চালৰ পৰা টোপাটোপে

ৰমযুণ অনৰ্গল সৰি পৰিব লাগিছে। এক মুহূৰ্তত আপোনাৰ সুন্দৰ টোপনি আহি যাব। যদি লাগে, তেনেহলে লʼৰা নিচুকোৱা গীত এটিও গাই শুনাব পাৰো।......নাই হালে-জালে আগলি বতাহে.....

—তাৰ মানে তুমি বিচাৰিছা, যি কোনো প্ৰকাৰে মহত্তক, মোৰ টোপনি আহিব লাগে। কেনেল, ক'ৰবাৰপৰা বিচাৰি আনি আফিং অকণমান খুৱাই নিদিয়া কিয় ?

—আফিং খুৱালে এটা মস্কিল আছে।

—কিহৰ ? পুলিচৰ ?

—নহয়, শুনিছো আফিং খালে হেনো মানুহৰ বৰ বেছি গাঢ় টোপনি আহে।

—গাঢ় টোপনিকেই মই বিচাৰিছো যে !

—নাই, গাঢ় টোপনিৰ এটি দোষ আছে। শুনিছো, গাঢ় টোপনি আহিলে হেনো মানুহে কেতিয়াও সপোন নেদেখে; দেখিলেও হেনো পাহৰি যায়।

—মই সপোন দেখা নেদেখালৈ তোমাৰ ইমান মূৰ কামোৰণি উঠিছে কেলেই।

—মূৰ থাকিলে মাজে মাজে কেতিয়াবা কামোৰেই।

—কিন্তু বিনা কাৰণে যাৰ মূৰ কামোৰে তাৰ চিকিৎসাৰ দৰকাৰ।

—বিনা কাৰণে কামুৰিব কেলেই ? নিশ্চয় তাৰ এটা ডাঙৰ কাৰণ আছে। মই বিচাৰিছো, আপোনাৰ টোপনি আহক আৰু সেই টোপনিত আপুনি সপোন দেখক আৰু সেই সপোনত......

—তোমাক দেখো ?

—মোক দেখিব কেলেই? মোক তো সদায় দেখি আছেই।

—তেনেহলে কাক?

—যাক সদায় নেদেখে; কিন্তু চাবলৈ বৰ ইচ্ছা হয়।

—বুজিছো, তাৰ মানে মাধুৰীক?

—এৰা, আপোনাৰ সেই ডেকা কালৰ বান্ধৱী কলিজাৰ সহপাঠিনী মাধুৰীক?

—অপু!

—কি?

—এটা কথা তুমি জানা নে?

—কি?

—তুমি সদায় মাধুৰীৰ নাম কৈ জোকোৱা; কিন্তু তুমি কোনো-দিনে মাধুৰীৰ নিচিনা হব পৰা নাই।

—কিহত? "ফ্লাৰ্ট" কৰাত?

—"ফ্লাৰ্ট" কৰাত নহয়। এনেয়ে সাধাৰণ ব্যৱহাৰত।

—ভাল, তেনেহলে মিছাকৈ মোক মাতি আছে কেলেই? মাধুৰীৰ তালৈ গলেই হয়চোন।

—ধং কৰা কেলেই?

—ধং কৰিম কেলেই? সঁচা কথা কৈছো। আপুনি আৰু মোক নেমাতিব। মাতিলেও আৰু মই কেতিয়াও নুঠো।

—সঁচাই?

—এৰা, সঁচাই কৈছো।

—বেছ, তেনেহলে মযো প্ৰতিজ্ঞা কৰিলো, তোমাক ভুলিমেই।

—কেনেকৈ?

—যেনেকৈ পাৰো—ছলে-বলে-কৌশলে।

—বলেৰে পাৰিব পাৰে, অইন একোৰে নহয়।

—বাৰু চোৱা য'ক কিহেৰে পাৰো।

—বাৰু, আমিও চাই থাকিম।

বাহিৰত ধুমুহা একেদৰে চলি থাকে। অৰ্পণাই আগৰ ঠাইতে একেদৰে বহি, আগতকৈও বেছি খৰকৈ যেন ছোৰেটাৰ শুধা শল ডুডাল চকুৰে মনিব নোৱাৰাকৈ চলাই যায়। অচিন্ত্যই কিছুপ নিশব্দে শুই থাকি এবেলি লাহে লাহে বিছনাৰ পৰা নামি মাটিত ঠি দিয়ে। আৰু মুখত এটা অদ্ভুত কৌতুকৰ হাঁহি লৈ, হাত দুখ বুকুত বান্ধি কোঠাটোৰ ভিতৰতে অলপ টহলি ফুৰে। তাৰ পিচ ড্ৰেছিং-টেবুলখনৰ আয়নাৰ সমুখত থিয় হৈ মুখত হাঁহিটি লৈ নিজ প্ৰতিচ্ছবি বহুপৰ নিৰীক্ষণ কৰি চায়। ফুলদানীটোৰ কাষলৈ গৈ এনেয়ে ফুলবোৰ লাৰি-ছাৰি চাই শুঙে, মূৰ-শিতানৰ খিড়িকীখনৰ ওচৰলৈ গৈ এনেয়ে বন্ধ খিড়িকীখনৰ ভিজা কাঁচৰ ফাঁকেদি বাহিৰৰ আন্ধাৰ আৰু ধুমুহাৰ বুকলৈ চাই থাকে। আৰু তাৰ পিচত এবেলি এখোজ দুখোজকৈ বিচনাৰ কাষলৈ আহি আকৌ আগৰ নিচিনাকৈ নিশব্দে শুই পৰে।

কিছু সময় কোনো কথা-বতৰা নোহোৱাকৈ এনেয়ে পাৰ হৈ যায়। তাৰ পিছত অচিন্ত্যই আকৌ এবেলি অৰ্পণাক মাতে,

—অপু ?

—কি হ'ল আকৌ ?

—একো হোৱা নাই। তোমাক এটা কথা কও বুলি ভাবিছো।

—কি কথা ?

—কথাটো এয়ে যে, মই তোমাৰ লগত আৰু কাজিয়া নকৰো বুলি ভাবিছো।

—ভাল তেনেহ'লে মনে মনে শুই থাকক।

—অকল মই শুলেই নহয়। তুমিও আছি মনে মনে শুব লাগে।

—কেনৈ, অলপ আগেয়েচোন বৰ ফুটনি মাৰি কৈছিল, যেনেকৈ নহওক, মোক ভুলি নিবই। এতিয়া হঠাতে কেনৈ ইমান সৈমান হ'ল ?

—সৈমান হোৱা নাই। এতিয়া ভাবি চালো, এনেকৈ যুদ্ধ-বাগৰ কৰা মিছা। ইপিনে আকৌ ৰাতিও ভালেমান হৈ গৈছে।

—আপোনাৰ কাৰণে হব পাৰে, মোৰ কাৰণে কিন্তু এতিয়াও একো ৰাতি হোৱা নাই।

—তাৰ মানে তুমি মোক যুদ্ধলৈ আহ্বান কৰিছা ?

—অথনিৰেপৰা তো তাকেই কৰি আছো।

—বাৰু, তেনেহলে তুমি মোক সুতযিবা। মই মোৰ কৌশল এতিয়া প্ৰয়োগ কৰিম। যাৰ ফল তোমাৰ কাৰণে অতি কষ্টকৰ হব। সেই কৌশল প্ৰয়োগ কৰা মাত্ৰকে তুমি তৎক্ষণাৎ তোমাৰ ছোৱেটাৰ শুধা দলি মাৰি পেলাই এই বিচনাৰ ওচৰলৈ লৰি আহিবলৈ বাধ্য হবা। অকল সেয়েই নহয়, তাৰ ফলত বহুপৰলৈ তুমি ইচ্ছা কৰিলেও আৰু নিৰ্বিঘ্নে শুব নোৱাৰিবা।

—মুখেৰে নকৈ ইমান পৰে কামেৰে দেখুৱাইছিলেন হয়তো এটা নতুন বস্তু দেখিলোহঁতেন।

—অৱশ্যে দেখিলাহঁতেন। তথাপি মই তোমাক এবেলি সতৰ্ক কৰি দিয়া উচিত হব বুলি ভাবিছো।

—সতৰ্ক কৰাৰ কোনো প্ৰয়োজন নাই। মই নিজে আপোনাক উপযাচি অনুমতি দিছো।

—তেনেহলে এই চোৱা, তোমাৰ বীণু। এইখন বীণুৰ কোমল কৰঙন। মই সেই কৰঙনতে এই চোৱা, এই মোৰ নখেৰে চিকুটি দিলো। শুনিবা, বীণু এতিয়াই ভীষণ চিঞৰ মাৰি কান্দি উঠিব। তুমি তৎমৎ হেকৰাই এই বিচনাৰ কাষলৈ লৰি আহিবলৈ বাধ্য হবা।

—ছিঃ! সঁচাকৈ কি ল'ৰাৰ ধেমালিখন আৰম্ভ কৰিলে!

—ধেমালি নহয়, এয়ে মোৰ অমোঘ অস্ত্ৰ।

অচিন্ত্যই সঁচাকৈয়ে বীণুক চিকুটিবলৈ তাইৰ ওচৰলৈ হাত মেলি চুচৰি যায়। অৰ্পণাই লৰালৰিকৈ কোনোমতে ছোৱেটাৰ শুধ সামৰি, প্ৰাণপণে লৰি আহি অচিন্ত্যক বাধা দিয়ে। দুয়োৰে ভিতৰত বিছুংবলৈ মৰমৰ অলপ যুজ বাগৰ হয়। অচিন্ত্যই অলপ পিছতে নি [illegible] হৈ বিচনাত আগৰ দৰে দীঘল দি পৰে অৰ্পণাই ৰব ভাগৰ লগাৰ দৰে অচিন্ত্যৰ কাষতে বিচনাত বহি অলপ জিৰায়। অচিন্ত্যই দুয়ো হাতেৰে অৰ্পণাৰ কঁকালখনত জোৰেৰে

সাহটি ধৰি অৰ্পণাৰ কোলাত মূৰটি থৈ পাৰেমানে হাঁহে। হাঁহি হাঁহি ভাগৰি কিছুপৰৰ পিছত আকৌ অৰ্পণাক মাতে,

—অপু, দেখিলা নহয় এতিয়া, মোৰ কৌশল কেনে কাৰ্য্যকাৰী ?

—দেখিলোঁ, কিন্তু তাত পুৰুষালি অলপো নাই।

—নাথাকিব পাৰে; কিন্তু তথাপি তুমি উঠি আহিবলৈ বাধ্য হলা।

—হলেও মই এতিয়াও নিৰ্ব্বিঘ্নে বিচনাত বহি আছো। আপুনি প্ৰতিজ্ঞা কৰিছিল, মোক বলেৰে শুৱাব।

—তাৰমানে, সেই প্ৰতিজ্ঞাৰ কথা তুমি আকৌ মোক সুঁৱৰাই দিছা ?

—সোঁৱৰাই দিয়া নাই। আপুনি যি প্ৰতিজ্ঞা কৰিছিল তাকে কৈছো।

—বুজিছো, তাৰ মানে তুমি শুবলৈ বিচাৰিছা ?

—কেতিয়াও বিচৰা নাই। আপুনি যদি তেনেকৈ কয়, মই আকৌ উঠি গৈ আগৰ ঠাইত বহিম।

—তুমি যিমানেই চেষ্টা কৰা এই ঠাইৰ পৰা উঠিব নোৱাৰা।

—কি কাৰণে ?

—প্ৰথমতে, তোমাৰ কঁকালখনত দুয়োখন হাতেৰে মই জোৰেৰে ধৰি আছো। দ্বিতীয়তে, মোৰ দ্বিতীয় কৌশলটো ইয়াৰ ভিতৰতে প্ৰয়োগ কৰা হৈ গৈছে। অলপ পিছতেই তুমি নিজে নিজেই বিচনাত শুই পৰিবলৈ বাধ্য হবা। এই কোঠাটোৰ ভিতৰতে, তোমাৰ চকুৰ আগত, এনেকুৱা কিছুমান বস্তু মই দেখুৱাবলৈ কাৰবাৰ কৰিছো, যাক তুমি জীৱনত আটাইতকৈ বেছি ভয় কৰা।

—কি বস্তু ?

—ভূত।

—ছিঃ, এই ৰাতিখন কি ভূতৰ কথা কৈছে আপুনি !

—কৈছো নহয়, তোমাক দেখুৱাবলৈ আয়োজনো কৰিছো। তুমি মুৰ-শিতানৰ সেই কাঁচৰ খিৰিকীখন দেখিছা নিশ্চয় ?

—দেখিছো।

—সেই খিৰিকীখনৰ সিপিনে এতিয়া ঘোপমৰা আন্ধাৰ। অকল আন্ধাৰেই নহয়, বৰষুণ আৰু ধুমুহাও। সেই বৰষুণ আৰু ধুমুহাৰ মাজত কিমান প্ৰকাণ্ড প্ৰকাণ্ড ভূত, পিশাচ, ঘোৰাপাক, কন্ধমূঢ়াই আন্ধাৰত এতিয়া লিকুলিকাই নাচি-বাগি ফুৰিব লাগিছে! কাৰণ, ধুমুহাৰ ৰাতি-বোৰ সিহঁতৰ কাৰণে এটা ডাঙৰ আনন্দৰ দিন।

—ছিঃ, আৰু যদি ভূতৰ কথা আপুনি বেছিকৈ কয়, সঁচাকৈ কৈছো, মই চিঞৰি দিম।

—চিঞৰি দিলেও এতিয়া বিশেষ কাম নহব। কাৰণ, তুমি দেখিছাই সেই মুৰ-শিতানৰ খিৰিকীখন ধুমুহাৰ হেঁচাত কেনেকৈ ঘটঘটাই পৰিব লাগিছে!

- দেখিছো।

তুমি নিশ্চয় জানা সেই খিৰিকীখনৰ তলৰ খিলডাল অলপ ভঙা।

—জানো।

—আৰু যদি কিছুপৰ ধুমুহাই এইদৰে খিৰিকীখন হেঁচি থাকে, তেনেহলে খিৰিকীখন হঠাতে এবেলি মেল খাব। আৰু মেল খালেই বৰষুণৰ ছিটা আহি টেবুলৰ লেমটো নুমাই পেলাব। আৰু নুমাই পেলালেই বাহিৰৰ আন্ধাৰ আৰু ভিতৰৰ আন্ধাৰে একে হৈ পৰিব। কিয়নো, তুমি বোধকৰো নাজানা, গাৰুৰ তলত থকা দিয়াচলাইটোত আৰু এটিও কাঠি নাই।

—তেনেহলে চাওঁ, মোক যাবলৈ দিয়ক । মই খিৰিকীখন হৈছো মাঁৰি ধৰি থাকোঁগৈ । নহলে এডাল দিয়াচলাইৰ শলাকে ক'ৰবাৰ-পৰা বিচাৰি আনো ।

—ই তোমাৰ মিছা অনুৰোধ অৰ্পণা ! তুমি মনত কৰা, তুমি মোক প্ৰতিজ্ঞা কৰাইছা । মই তোমাক ভূত দেখুৱাই শুৱামেই ।

—নাই, কাৰো কৰিছো, মোক এৰি দিয়ক । মই স্বীকাৰ কৰিলো, মই ঘাটিছো । মই এতিয়াই এই শুলো, তথাপি মই ভূত নাচাওঁ ।

—শুৱা যে মই ভালকৈ জানো । শুৱাৰ আগতে দুটা ভূত দেখি লাই বা তাতে কি এনে হানিটো হব পাৰে ।

—উঃ, এৰি দিয়ক । আপুনি কি নিষ্ঠুৰ ! মই সঁচাকৈ কৈছো খিৰিকীখন মেল খালে মই ফিট্ হৈ পৰি যাম ।

অৰ্পণাই ভয়ত চকু মেলি থাকিব নোৱাৰি অচিন্ত্যৰ গাকত মুখটো গুজি সক ছোৱালীৰ দৰে উচুপিবলৈ ধৰে । অচিন্ত্যই তথাপি মুখত এটি নিষ্ঠুৰ হাঁহি লৈ অৰ্পণাক হাত দুখনেৰে জোৰেৰে ধৰি থাকে । বহুপৰ ধুমুহাৰ লগত যুঁজি থাকি সঁচাকৈ মুৰ শিতানৰ আধা মেল খোৱা কাঁচৰ খিৰিকীখন এবেলি এটা বিৰাট শব্দ কৰি মেল খাই যায় । আৰু মেল খোৱাৰ লগে লগে বৰষুণৰ আছাৰেকণি আহি টেবুলৰ ওপৰত থকা সৰু লেম্পটো উকৱাই নি মজিয়াত আছাৰি জুৱাই পেলালে । অৰ্পণাই চকু নেমেলাকৈয়ে আতুৰত এবেলি চিঞৰি বিচনাত জপিয়াই উঠি অচিন্ত্যৰ বুকুৰ মাজত সোমাবলৈ যত্ন কৰে ।

আটজ্যাই গর্ব্বৰ এটা দীঘল হাঁহি মাৰি, নিজৰ প্ৰশস্ত বুকুৰ মাজত অৰ্পণাক সাৱটি লয়। আৰু বহুপৰ নিচুকাই আমন্ত্ৰ কৰি, এবেলি উঠি গৈ মূৰ-শিতানৰ খিৰিকীখন জপাই আহি আকৌ লাহে লাহে এবাৰ অৰ্পণাক মাতে,

—অপু, দেখিলা নে তুমি গৈ শেষত কেনেকৈ মোৰ ওচৰত হাৰ মানিবলগীয়া হ'ল।

—দেখিছো, কিন্তু আপোনাৰ তাত গৰ্ব্ব কৰিবলগীয়া একো নাই। ধুমুহাই খিৰিকীখন নেমেলাহেঁতেন ......

—তুমি অৱশ্যে সেইদৰে ভাবি অলপ সান্ত্বনা লভিছা! কিন্তু আচলতে খিৰিকীখন ধুমুহাই মেলা নাছিল! মেলিছিলো মই।

—আপুনি?

—এৰা মরেই। তোমাৰ আগত তেতিয়া প্ৰতিজ্ঞা কৰাৰ পিছত বিচনাৰপৰা নামি গৈ মরেই তুমি নেদেখাকৈ খিৰিকীখনৰ ভগা খিলডাল অলপ ঢিলাকৈ লগাই আহিছিলো।

—কিন্তু সেয়ে হলেও দিয়াচলাইটোত কাঠি থকাহেঁতেন মই কেতিয়াও ইমান ভয় নাখালোহেঁতেন।

—দিয়াচলাইটোত কাঠি নথকা কথাষাৰো মই নিজে সাজি কোৱা এটা সম্পূৰ্ণ মিছা কথা। তুমি যদি চোৱা, দেখিবা, এতিয়াও দিয়াচলাইটোত কুৰিডালমান নমৰা কাঠী আছে।

—উঃ! কি ভীষণ মিছলীয়া আপুনি!

—মিছলীয়া নহয়, মই কেৱল মোৰ প্ৰতিজ্ঞাটো ৰক্ষা কৰিছো, ছলে-বলে-কৌশলে।

——:0:——